অসমীয়া

# সাহিত্য-সম্পদ

শ্রীসর্ব্বেশ্বর শর্ম্মা কটকী।

# পাতনি।

অসমীয়া সাহিত্যৰ বিবিধ সম্পদেৰে সাহিত-সম্পদ যুগুত কৰা হৈছে। ইয়াত সম্পদ ৰচয়িতাৰ সৰহভাগ প্ৰবন্ধৰ লগত প্ৰবীন আৰু নবীন সাহিত্যিক সকলৰ কেইটামান বহুমূলীয়া প্ৰবন্ধ ব্যৱহাৰ কৰা হৈছে। যি বোৰ শিক্ষাপ্ৰদ বিষয়ত আধুনিক ছাত্ৰ-সমাজৰ ৰতি বহিব পাৰে তেনেবোৰ বিষয়ৰ আলোচনাহে ইয়াত ঠাই দিয়া হৈছে। যি সকল সদাশয় লোকৰ প্ৰবন্ধ আমি এই পুথিত ব্যবহাৰ কৰিছোঁ আৰু যি সকলে বুদ্ধি পৰামৰ্শ দি আমাৰ এই কাজত সহায় কৰিছে, সেই সকলৈলৈ আমাৰ ধন্যবাদ জনালো। সাহিত্য-সম্পদ বিশিষ্ট সম্পদৰূপে যেন পৰিগণিত হয়। ইতি ২৮ জুলাই ১৯২৯।

গুৱাহাটী

শ্ৰীসৰ্ব্বেশ্বৰ শৰ্ম্মা কটকী

---

# সূচী।

**Sahitya-Sampad**—by Sarbeswar Sarma Kataki of the Assam School Service, author of "Morole", Tribeni, Tatwa & Tathya, "Sahitya-Sambhar" life of Hemchandra Barua, life of Stayanath Bora and a Hand Book of Translation from Assamese into English.

---

অসমীয়া

# সাহিত্য-সম্পদ।

---

# অসমীয়া

# সাহিত্য-সম্পদ।

## মোৰ দেশ।

এয়ে সেই মোৰ দেশ অসম নামৰ,
শোভিছে চৌপাশে যাৰ গিৰি মনোহৰ ;
প্ৰকৃতিৰ বাসস্থলী এয়ে মোৰ দেশ.
সৌন্দৰ্য্যৰ কেন্দ্ৰস্থল মহিমা অশেষ
শিতানত শোভে সউ গিৰি হিমালয়,
বক্ষ মাজে ব্ৰহ্মপুত্ৰ শোভে পুণ্যময ;
পৱিত্ৰ সলিল ধৌত এয়ে মোৰ দেশ,
প্ৰণমো প্ৰণমো যাৰ মহিমা অশেষ

প্ৰতিস্থান প্ৰতিবন মন্দিৰ প্ৰাচীৰ,
জগায পুৰণি স্মৃতি অসম মাতৃৰ ;
আজিৰ লখীমপুৰ পূৰ্ব্বৰ কালৰ
আছিল কুণ্ডিল ৰাজ্য ভীষ্মক ৰাজৰ
ৰুক্মিণী-হৰণ আদি ৰুক্মৰ লাঞ্ছনা,
ঘটিছিল ই ৰাজ্যতে কতনা ঘটনা

লক্ষীদেৱী হস্তে এ'তে ভুঞা বংশধৰ,
সূৰ্য্যবংশী বুলি হ'ল খ্যাত অসমৰ ;
কুবেৰৰ বংশধৰ ছুটীয়া ভূপতি,
শাসলে ই খণ্ডভূমি থিতাপি খিয়াতি
কৃষ্ণ-পাদ ধূলি পোৱা এয়ে মোৰ দেশ,
প্ৰণমো প্ৰণমো যাৰ মহিমা অশেষ ।

আহোমৰ ৰাজধানী এয়ে ৰঙ্গপুৰ,
বুৰঞ্জী কথাৰে থকা সদা ভৰপুৰ ;
প্ৰবেশে ইয়াতে আহি তেৰ শতিকাতে,
বিক্ৰমী আহোম জাতি পোন প্ৰথমতে ;
অখণ্ড প্ৰতাপে যেয়ে শাসি এই দেশ,
ৰাখিলে ধৰাত কীৰ্ত্তি অসীম অশেষ ;
কত দৌল পুষ্কৰিণী আজিও শোভিছে,
আজিও পুৰণি স্মৃতি কত উদগিছে ;
সতী অভিনয় স্থান এয়ে মোৰ দেশ,
প্ৰণমো প্ৰণমো যাৰ মহিমা অশেষ ।

এয়ে সেই মণিপুৰ উলুপীনগৰ,
এয়ে সেই ভীমজায়া হিড়িম্বাৰ ঘৰ,
ইয়াতেই পাণ্ডৱৰ দৰ্প খৰ্ব্ব হয়,
বব্ৰুবাহ ঘটোৎকচ এ'তে জন্ম লয়
ইয়াতেই দেৱগণে নাগৰাজ্য পায়,

য'ৰপৰা মণি আনি পাৰ্থক জীয়ায় ;
ইয়াতেই পৰাক্ৰমী কচাৰী জাতিৰ,
এতিয়াও ভগ্ন-শেষ আছে নগৰীৰ ,
মৰাও জীৱন পায় এয়ে মোৰ দেশ
প্ৰণমো প্ৰণমো যাৰ মহিমা অশেষ

এয়ে পুণ্য জন্মস্থান শঙ্কৰদেৱৰ,
ভাগৱত-ধৰ্ম্ম-সাৰ স্থল প্ৰচাৰৰ ;
এয়ে সেই চম্পাৱতী মহাভাৰতৰ,
ভক্ত সুধন্বাৰ স্থান হংসধ্বজ ঘৰ ,
ইয়াতে কপিলী গঙ্গা আজিও বইছে,
কপিল আশ্ৰম যত আজিও শোভিছে ,
পুণ্য তোয়া ধৰ্ম্মস্থলী এয়ে মোৰ দেশ,
প্ৰণমো প্ৰণমো যাৰ মহিমা অশেষ ।
এয়েই দৰঙ্গ ৰাজ্য আজিৰ দিনৰ
দানৱৰ ৰঙ্গস্থলী তাহানি কালৰ ,
ইয়াতে শোণিতপুৰ বাণৰাজধানী
যাৰ কন্যা উষা সতী সৌন্দৰ্য্যৰ ৰাণী ;
ইযাতেই বৃষ্ণিবংশ লগত শঙ্কৰ
হই ভকতৰ পক্ষ কৰিলে সমৰ ;
ইয়াতেই আৰিমত্ত আদি নৃপবৰ
শাসিলে ধৰণী খণ্ড কৰি প্ৰতাপেৰে

অসম নামেৰে মোৰ এয়ে সেই দেশ,
প্ৰণমো প্ৰণমো যাৰ মহিমা অশেষ।

কামৰূপ এয়ে সেই অতি অতীজৰ,
প্ৰাগজ্যোতিষপুৰ যাৰ আছিল নগৰ ;
ইয়াতে অসুৰ লগে বিষ্ণুৰ সংগ্ৰাম,
ইয়াতে অনঙ্গ পালে অঙ্গ অনুপাম ;
ইয়াতেই ভানুমতী-কন্যা-স্বয়ম্বৰ ;
ইয়াৰেই ভগদত্ত মহাভাৰতৰ ;
ইয়াতেই মহাপীঠ ভৱানীৰ ধাম,
জগতৰ সেৱাস্থলী নীলাচল নাম ;
নানা তীৰ্থে ভৰপূৰ এয়ে মোৰ দেশ,
প্ৰণমো প্ৰণমো যাৰ মহিমা অশেষ।
ইয়াতে ভাস্কৰবৰ্ম্মা আদি নৃপবৰে
ৰাজ্য কৰি গ'ল পূৰ্ব্বে অতি খিতাপেৰে ;
এ'তে বধু পতিব্ৰতা বেহুলা সুন্দৰী
আনিছিল জীৱ দানি পতিক উদ্ধাৰি ;
ই ৰাজ্যতে ঘটে সেই ভীষণ সংগ্ৰাম
আহোম আৰঙ্গজেব মাজে যতমান ;
প্ৰসিদ্ধ শৰাইঘাটে যথাশিক্ষা পাই,
ভাবিলে মোগলে আৰু দেশ জয় নাই,
দেখুৱালে সেই যুদ্ধে অসম দেশৰ

শৌর্য্য বীর্য্য তেজ সেই প্ৰাচীন কালৰ,
প্ৰাচীন কীৰ্ত্তিৰে ভৰা এয়ে মোৰ দেশ,
প্ৰণমো প্ৰণমো যাৰ মহিমা অশেষ ।

এযে সেই গুৱালপাৰ আজিৰ নামৰ,
বিজনী গউৰীপুৰ আদি বিভাগৰ ,
শোভিছে ইয়াতে সেই পদ্মপুৰাণৰ
নেটাই ধুবুনী ঘাট প্ৰসিদ্ধ নামৰ ;
অসম নামেৰে মোৰ এয়ে সেই দেশ,
প্ৰণমো প্ৰণমো যাৰ মহিমা অশেষ।

---

# সন্ত আৰু দুষ্ট।

সমাজ উন্নত হয় সাধু আৰু সন্ত লৈ। সমাজ তললৈ যায় দুষ্ট আৰু টটাটিঙ্গা লৈ। সন্তই দেশ উজ্জ্বল কৰে, দুষ্টই দেশ মনিয়ন কৰে। সন্ত সাধুৰ হকে ভাল কথা বাৰ্ত্তাৰ চৰ্চ্চা বাঢে; দুষ্ট টটাটিঙ্গাৰ হকে বেয়া কথা বাৰ্ত্তাৰ আলোচনা বাঢ়ে। সন্তই সুযশ গুণৰ কীৰ্ত্তন কৰে; দুষ্টই কুযশ কুকথাৰ ৰটনা কৰে। সন্তৰ বাট সন্তৰ মতে পোন আৰু সৰল দুষ্টৰ বাট ঘূৰণ আৰু বেঁকা। এনেকৈ সন্ত আৰু দুষ্টৰ মাজত সদায় পাৰ্থক্য। এনেকৈ সন্ত আৰু দুষ্টৰ মাজত ডাঙ্গৰ প্ৰভেদ। আৰু এই প্ৰভেদ থকাৰ গুণেই মানব সমাজত সন্তৰ আদৰ, সন্তৰ আসন সদায় ওখত; আৰু দুষ্টৰ অনাদৰ আৰু দুষ্টৰ আসন সদায় নামনিত।

সংসাৰৰ পাক-চক্ৰ বুজা সকলোৰে পক্ষে সহজ কথা নহয়। সংসাৰৰ গতিৰ পাকে প্ৰতি পাক আছে, মেৰে প্ৰতি মেৰ আছে। এই পাকত আৰু মেৰত পৰি কেৱে সংসাৰৰ টলানলা বুজিব নোৱাৰি উৱাদিহ হেৰুৱাইছে; কেৱে বা দোপত দোপে, খোপত খোপে আগুৱাইছে। যেয়ে আগুৱাব পাৰিছে, তেওঁ জয়ী হৈছে আৰু অমিয় সুখত বঞ্চিব পাৰিছে। কিন্তু যেয়ে আগুৱাব পৰা নাই, তেওঁ সংসাৰক কাঁইটীয়া আৰু দুখ কষ্টৰ ঠাই বুলি দোষাৰোপ কৰিছে। সংসাৰ চক্ৰত জয়ী

হ'ব নোৱাৰা লোকৰ কেইবা শ্ৰেণীও আছে। তাৰে এক শ্ৰেণী হৈছে দুষ্ট। দুষ্টই সংসাৰ চক্ৰ বুজি টলা-নলা মাৰি যথাৰ্থতে জয়ী হ'ব নোৱাৰে কিন্তু নিজৰ দুষ্টালিৰে আৰু ফিকিৰালিৰে ফিকিৰ পাতি সংসাৰত জয়লাভ কৰা আৰু অমিয় সুখত বঞ্চি থকাৰ ভাও ধৰে। ফিকিৰালিয়ে গা আগুৰি থাকে মানেহে ফিকিৰ থাকে মানেহে দুষ্টৰ সংসাৰত জয়লাভ। কিন্তু যি ফিকিৰ, সি সদায় ফিকিৰ। যি দুষ্ট, সি জাতে পাতে দুষ্ট। যি ফটা, সি সদায় ফটা। হাজৰে সিয়নি মাৰক, হাজাৰে তাপলি দিয়ক, ফটা নফটা নহয়। দুষ্টৰো সংসাৰক জয়লাভ ঠিক তেনেকুৱা। তাৰ সংসাৰ জয়লাভ খন্তেকীয়া, পাল মৰা আৰু একালৰ বাবে। কিন্তু যি সকলে যথাৰ্থই সংসাৰৰ পাকে পাকে, মেৰে মেৰে প্ৰৱেশ কৰি সংসাৰৰ টলা-নলা মাৰি জয়ী হয়, তেওঁলোকেই বাস্তৱতে যথাৰ্থ পুৰুষ, তেওঁলোকেই সন্ত পুৰুষ। এই সন্ত পুৰুষ সকলৰ সংসাৰৰ জয়লাভ চিৰকলীয়া আৰু সৰ্ব্বতিকলীয়া। এই গুণেই মানৱ সমাজত প্ৰচলিত, "দুষ্টৰ একাল, সন্তৰ সৰ্ব্বতিকাল।"

অসৎ পথত থাকি অসৎ উপায়েৰে লাখপতি হোৱাত কৈ সৎ পথত থাকি সৎ উপায়েৰে দৰিদ্ৰ হোৱা শ্ৰেষ্ঠকৰ। দৈনিক জীৱনত কত হাজাৰ হাজাৰ সৎ অসৎ ঘটনা ঘটিব লাগিছে। বাস্তৱতে চাবলৈ গলে তাৰ কেইজনে অসৎ উপায় অৱলম্বন কৰি কেইদিনলৈ মানুহ বোলাইছে, কেইদিনলৈ ভাতে ভৰালে খাই আছে? দূৰলৈ নগৈ ছাত্ৰ-সমাজতে জল্-জল্ পট্-পট্

দৃষ্টান্ত দেখিবলৈ পোৱা যায়। কোনো ছাত্ৰই অসৎ উপায়েৰে সমনীয়া লৰাতকৈ চোকা আৰু তেজাল দেখুৱাব পাৰে। কিন্তু সেই সামান্য অসৎ উপায়ৰ বীজ লৰাকালত শিপাই উঠিব পাৰিলে ডাঙৰ হলে তাক হঠাতে উভালি পেলোৱা সহজ কাম নহয়। লৰাকালত পচোৱা অসৎ বীজে লৰাৰ ভবিষ্য জীৱনৰ ভেটি-মাটি খুন্দে। বণিক সম্প্ৰদায়ৰ মাজতো ইয়াৰ জ্বলন্ত প্ৰমাণ পোৱা যায়। ন্যায় পথত চলি বেপাৰীয়ে যিমান দূৰ ব্যৱসায়ত লাভ কৰিব পাৰিব, আৰু জন-সাধাৰণৰ উৎসাহ আৰু উদগণি পাব অন্যায় পথত চলি সিমান কেতিয়াও নাপায়। বণিকে অন্যায় উপায় আচৰি দুদিনতে হয়তো উফাই আহিব পাৰে, কিন্তু সি কেৱল খন্তেকীয়া। চাকৰী-জীবী সকলৰ মাজতো অন্যায় উপায় অৱলম্বন কৰা অযুগুত কিন্তু যি অন্যায় সি সদায় অন্যায়, ন্যায়ৰ লগত কিবা স্বৰূপে ঘঁহনি খালে ন্যায়ৰ প্ৰবল প্ৰতাপ তেজত অন্যায় ডেই পুৰি ছাই হয়।

সন্তৰ সদায় জয়; দুষ্টৰ যতে ততে মৰণ। সন্তৰ খোপনি শুকান খত্‌খতীয়া পৰ্ব্বতত, দুষ্টৰ খোপনি পিছল তেকৃতেকীয়া পৰ্ব্বতত। খত্‌খতীয়া, শুকান পৰ্ব্বতত খোপনি পাতি তিষ্ঠি থাকিবৰ উপায় আছে; কিন্তু পিছল তেকৃতেকীয়া পৰ্ব্বতত তিষ্ঠিবৰ কোনো মতে উপায় নাই। পিছল পৰ্ব্বতত খন্তেক খোপনি পিটিলেও বেগতে আহি ভৈয়াম পায়। সন্ত আৰু দুষ্টৰ স্থিতি সংসাৰত এনে ধৰণৰ। সন্তৰ ভাল মন্দৰ, সৎ

অসৎৰ জ্ঞান আছে আৰু সেই জ্ঞান অনুসৰি তেওঁলোকৰ কাৰ্য্যকলাপ নিখুঁত আৰু নিভাঁজ, কিন্তু দুষ্টৰ জ্ঞানাজ্ঞান নাই। সিহঁতৰ কামৰ আদি নাই, শেহ নাই। সিহঁতৰ কাম সদায় খকা-মকা আৰু লৰা-ধপৰা; আৰু সেই গুণেই সিহঁতৰ কামৰ ফল চিৰস্থায়ী নহয়। দুষ্টৰ কাম কাজৰ ফল বাৰিষাৰ বান। বান ফেনে ফোতকাৰে ওফন্দি পৰ্ব্বতাকাৰ হৈ আহে, কিন্তু সেই বান আকৌ দুদিনতে কলৈ যায় তাৰ ঠিক নাইকিয়া হয়। সেইদৰে দুষ্টবো ধন-জন, বয়-বস্তু, চাৰিওফালৰ পৰা দুদিনতে হো-হো কৰে থোপ্ লাগে, কিন্তু সেই থোপ্ লগা বস্তুৰ আকৌ দুদিনতে তলি উদং হয়। সন্তৰ কাম কাজৰ ফল সাগৰৰ পানী। ইয়াৰ বঢ়াটুটাৰ চিন ধৰিব নোৱাৰি। বাঢ়িলে টুটি যায়, টুটি গ'লে বাঢ়ি আহে।

সন্তৰ সংসাৰত সিদ্ধিলাভ কৰাৰ গুপ্ত উপায় কৰ্ত্তব্য জ্ঞান; দুষ্টৰ সিদ্ধিলাভৰ মহামন্ত্ৰ দুষ্টালি কাম। কৰ্ত্তব্য জ্ঞানেৰে সংসাৰত যিমান আগুৱাব পাৰি, দুষ্টালিৰে তাৰ ধনিষ্ঠামানো নোৱাৰি। ইতৰ প্ৰাণীৰ চকুত দুষ্টালিৰে ধূলি মাৰিব পাৰি, কিন্তু প্ৰশ্নকাৰী চকুৰ আগত দুষ্টালি ফুঁতে উৰি যায়। ভগবদ্গীতাৰ কৰ্ম্মযোগে সংসাৰত যিমান ওখ আসন দিব পাৰে, আত্মাৰ যিমান পৰিশুদ্ধি লাভ কৰাব পাৰে, দুষ্টৰ ডিটেকটিভ উপন্যাসে তাৰ সীমাতে ভৰি দিব নোৱাৰে। দুষ্টই দুষ্টালিৰে প্ৰশংসা লাভ কৰে কেৱল দুষ্টৰ মাজত, কিন্তু সন্তই প্ৰশংসা আৰু সোণৰ আসন লাভ কৰে দুষ্ট আৰু সন্ত উভয়েৰে

মাজত। এনেকৈ দুষ্ট আৰু সন্তৰ মাজত স্বৰ্গ মৰ্ত্ত্য প্ৰভেদ। এতেকে কেনেকৈ সন্তৰ শাৰি পূৰাব পাৰি, কেনেই সন্তৰ সৰ্ব্বতিকলীয়া সুখ ভোগ কৰিব পাৰি, তাৰ নিমিত্তে যত্নবান হোৱা যুগুত।

---

# চৰিত্ৰ।

প্ৰত্যেক মানুহৰে কিছুমান অভ্যাস আছে। কোনো এটা কাম বাৰে বাৰে কৰি থাকিলে সেই কাম সহজ হয়। এনেকৈ কেতবোৰ কাম দিনে ৰাতিয়ে কৰি থাকোতে থাকোতে মানুহৰ সহজ হৈ গছে। সেই সহজ হোৱাকে আমি অভ্যাস বোলো। যেনে—এজন মানুহে সদাই বেলিকৈ শুই থাকে, আন এজনে সদাই দোকমোকালিতে ঢাৰি পাতি এৰে, এজনে নিজৰ কৰ্ত্তব্যত পুৱাতে হাত দিয়ে, এজনে ধপাঁত চিগাৰেট নাখাইমানে কোনো কামকে কৰিব নোৱাৰে, এজনে বাওঁ হাতেৰে লিখে, আন এজনে খানিয়া কাপোৰখন লেবেৰাহতীয়াকৈ লয় ইত্যাদি। এই আটাই বোৰ অভ্যাসৰ কথা। আমাৰ জীৱনৰ এনেকুৱা সৰু সুৰা ভাল বেয়া বহুতবোৰ অভ্যাস আছে। এইবোৰ অভ্যাসক কেতিয়াবা ভাল বোলো, আকৌ কেতিয়াবা বেয়া বোলো। ভাল বেয়া সকলো অভ্যাসৰ সমষ্টিয়েই চৰিত্ৰ। এজন মানুহৰ কানি খোৱা অভ্যাস। সি পৰৰ বস্তু চোৰ কৰে, মিছা কথা কয়, আনৰ নিন্দা কৰে আৰু ওচৰ চুবুৰীয়াক হিংসা কৰে। আন এজনে ৰাগিয়াল বস্তুৰ গোন্ধকে সহিব নোৱাৰে, পৰৰ নিন্দাত কেতিয়াও যোগ নিদিয়ে। ওচৰ চুবুৰীয়াক পাৰিলে সহায় কৰে আৰু নিজে ন্যায় ভাৱে উপাৰ্জ্জন কৰি সংসাৰ যাত্ৰা নিৰ্ব্বাহ কৰে। এই দুজন মানুহৰ আটাইবোৰ

কথা গমি পিতি চাই আমি আগৰ জনৰ চৰিত্ৰ বেয়া আৰু পিচৰ জনৰ চৰিত্ৰ উত্তম বোলোঁ। চৰিত্ৰই মানুহক দেবতুল্য কৰে আকৌ চৰিত্ৰই মানুহক পশুতকৈও নিকৃষ্ট কৰে। অৰ্থাৎ যিজন মানুহৰ আচৰণত আৰু কাৰ্য্যত দহজন সন্তুষ্ট হয়, সেই জন মানুহক দেৱতাৰ দৰে ভক্তি আৰু সন্মান কৰা হয়। চৰিত্ৰ মানৱ নামৰ যোগ্য অযোগ্য কৰাৰ জোখ-কাঠি। যেনেকৈ জোখ-কাঠিৰে জুখি কোনো এটা বস্তুৰ দীঘল পুতল নিৰ্ণয় কৰিব পাৰি তেনেকৈ চৰিত্ৰেৰে কোনো এজন মানুহৰ মনুষ্যত্ব স্থিৰ কৰিব পাৰি।

চৰিত্ৰ গঠন কৰিবলৈ হলে আমি সকলোৱে কিছুমান সৎ গুণৰ অধিকাৰী হব লাগিব। সৎগুণেহে মানবৰ প্ৰকৃত চৰিত্ৰ গঠন কৰে। অসৎ গুণে চৰিত্ৰৰ অৱমাননা কৰে। নম্ৰতা বা সকলো বিষয়তে বিনয়ী হোৱা, চৰিত্ৰৱান হব খোজা লোকৰ পক্ষে বৰ আৱশ্যকীয়। কোনোৱে ডাঙ্গোপ মৰা বা উদ্ধত ভাবে কথা বতৰা কোৱা লোকক ভাল নেপায়। সদাই বিনয়ী বা সকটি হৈ চলিব খুজিলে সংসাৰ পথ সুগম হয়। সত্য কথা কোৱা চৰিত্ৰৱানৰ প্ৰধান ভূষণ। সত্যই মানুহক দেৱত্ব দিয়ে সত্যৰ প্ৰভাৱত মিথ্যা আঁতৰি যায়। সত্যৰ জ্যোতি এনেহে উজ্জ্বল যে মিথ্যা ইয়াৰ আগত নিষ্প্ৰভ হয়। চৰিত্ৰৱানৰ পক্ষে সত্য কথা জীৱনৰ এটা ব্ৰত হব লাগে।

পৰ নিন্দুক কদাপি হব নালাগে। আনক নিন্দা কৰা বা আনৰ বিষয়লৈ ৰটনা খচনা কৰা চৰিত্ৰৱান লোকৰ কৰ্ম্ম

নহয়। এক শ্ৰেণীৰ লোকে আনৰ নিন্দা কৰি সদাই নিজক শ্ৰেষ্ঠ বোলাব খোজে কিন্তু এইটো জনা উচিত যে পৰক নিন্দা কৰিলে নিজে ভুগিব পায়। আনৰ কথাত হঁকা বধা জন্মাই পৰৰ দোষ খুচঁৰি ফুৰা কিম্বা লগনীয়া কথা যুজাই ফুৰা চৰিত্ৰবান লোকৰ কৰ্ম্ম নহয়। হিংসা, খং সদাই পৰিত্যাগ কৰিব লাগে। খঙে মানুহক নগুৰ শাস্তি ভোগাই হাৰাশাস্তি কৰে। খঙক বশ কৰিব পাৰিলে অসাধ্য সাধন যেন হয়। জগতত বহুতবোৰ অপায় অশান্তি খঙৰ পৰাই উদ্ভব হৈছে। কেৱল মাথো শাসন কাৰ্য্যত, উদ্ধতৰ উদ্ধতালি কমাবলৈ, দাম্ভিকৰ দাম্ভিকালি খৰ্ব্ব কৰিবলৈ খঙৰ প্ৰয়োগ। ক্ষমা চৰিত্ৰবান লোকৰ ভুষণ। ক্ষমাই এজনৰ চৰিত্ৰ বিশুদ্ধ কৰে। এজনক ক্ষমা কৰিলে ক্ষমোতা জনৰ গুণৰ জেউতি চৰে। সাধু সঙ্গ চৰিত্ৰবান হব খোজা লোকৰ পক্ষে আন এটি আৱশ্যকীয় বিষয়। সঙ্গই সৎলোককো অসৎ কৰে। সঙ্গ বাচি লওঁতে সদাই সাৱধান হব লাগে।

সংসাৰত চৰিত্ৰৰ অভাৱত বহুজনে বহু প্ৰকাৰে নিকাৰ ভুগিছে। কোনোৱে ৰজাৰ দণ্ডিত ফাটেক খাতিছে, কোনোৱে সমাজৰ দণ্ডিত এঘৰীয়া হৈছে। কৰোবা আনৰ তিতা মাত খাওঁতে খাওঁতে জীৱন বিষতুল্য হৈছে। ধীৰ, উৎসাহী আৰু জুৰ প্ৰকৃতিৰ লোকক সকলোৱে বখানে। অধৈৰ্য্য, এলেহুৱা আৰু উগ্ৰ প্ৰকৃতিৰ লোকক সকলোৱে গৰিহণা দিয়ে। চৰিত্ৰত সোৰোপালি নাই, টিকচালি নাই, উদ্ভ-ন্দালি নাই কিম্বা মইমতালি নাই।

কৰ্ত্তব্যপৰায়ণ গুণো চৰিত্ৰবানৰ লেখত পৰে। অবালচন্দ বা অকঁাজভাগীৰ জীৱনত সকাম নাই। জগতৰ বুৰঞ্জী মেলি চালেই কিম্বা মহাপুৰুষ সকলৰ জীৱন চৰিত্ৰ অধ্যয়ন কৰিলে চৰিত্ৰ অদ্ভূত ক্ষমতা আৰু ইয়াৰ অতুল প্ৰভাৱ দেখা যায়। শ্ৰীকৃষ্ণ, যিশুখৃষ্ট, মহম্মদ, লুঠাৰ, বুদ্ধ, চৈতন্য, শঙ্কৰ আদি ধৰ্ম্ম প্ৰচাৰক সকল কেৱল চৰিত্ৰ বলেৰেই সংসাৰৰ পৰ্ব্বতাকাৰ ঢৌ মাৰ নিয়াই নিজ প্ৰভাৱ বিস্তাৰ কৰিব পাৰিছিল।

যেতিয়া কোনো ধৰ্ম্ম প্ৰচাৰকে ধৰ্ম্ম প্ৰচাৰৰ অৰ্থে সংসাৰৰ বাহিৰ হৈছে তেতিয়া বিধৰ্ম্মীয়ে চাৰিউ ফালৰ পৰা বিঘিনি জন্মাবলৈ হুঙ্কাৰ কৰি লৰি আহিছে। কিন্তু সেই মহাপুৰুষ সকলে এক চৰিত্ৰ বলেৰে জগতত দিগ্বিজয় কৰিব পাৰিছে। চৰিত্ৰৰ এনেকে তেজ যে ইহাৰ আগত আন সকলো মিছা।

ধৰ্ম্ম যুধিষ্ঠিৰৰ চৰিত্ৰৰ ইমান প্ৰভাৱ আছিল যে যেতিয়া তেওঁ নৰকত জুলুকি জুলুকি কষ্ট খাই থকা নাৰকী বোৰক দৰ্শন কৰিলে তেতিয়া সেই প্ৰাণীবিলাকৰ খন্তেকৰ কাৰণে দুখ যন্ত্ৰণা লোপ পাইছিল। চৰিত্ৰবলে শত্ৰুক মিত্ৰ কৰে। চৰিত্ৰবান পুৰুষৰ আগত চোৰে চৌৰ্য্য এৰে, শঠে শাঠ্য ত্যাগ কৰিব বাধ্য হয়। এনে চৰিত্ৰ লাভ কৰি সংসাৰৰ অনুষ্ঠু-পীয়া সুখৰ ভোগ কৰিবলৈ সকলোৰে যত্ন হব লাগে। কোমল অৱস্থাতে সকলো বস্তুকে ভাজ দিব পাৰি। মনুষ্য জীৱনৰ আদি ভাগেই চৰিত্ৰ গঠনৰ উত্তম সময়।

---

# ভোমোৰা ।

কাৰনো শ্ৰজনা,
ভোমোৰা কলীয়া,
কোনেনো পঠালে তোক ?
কি ভাব মনত,
আছেনো ভোমোৰা,
সুধিলে কবিনে মোক ?

তই আহ বুলি,
কেতেকি তগৰে,
হাঁহি হাঁহি থাকে চাই,
নহা দেখিলেই,
বিষাদ মনেৰে,
লেৰেলি শুকাই যায় ।

গোন্ধত বলিয়া,
ভোমোৰ কলীয়া,
বিহৰ চাৰিও পিনে,
সাদৰি ফুলক,
আদৰে সাৱটি,
মৰম কৰহি দিনে ।

এৰি গলে ভই,
ফুলে চাই থাকে
আকুলিত হই মন,
বান্ধিব নোৱাৰি,
নিজৰ মনক,
উৰি আহ ঘনে ঘন।

দোক মোকালিতে,
উৰি উৰি ফুৰ,
নেভাব ভাগৰ মনে,
গুণ গুণ সুৰে,
গান কৰি ফুৰ,
ফুল মউ চুহি বনে।

ফুলে হেপাহতে,
ৰাতি নুপুৱাতে,
ফুল জক্‌মক্ কৰি।
ফুটি ফুটি থাকে,
গোন্ধৰ সফুৰা,
অপূৰ্ব্ব জেউতি ধৰি।

যদিও মানুহে,
নেচাই ভোমোৰা,

গঢ়পিত দেখি তোৰ,
তথাপিতো তোৰ,
গুণ গুণ ৰব,
কাণত বাজেহি মোৰ ।

মনত—ঘনাই,
মোৰ ইচ্ছা হয়,
লগত ফুৰিব তোৰ ।
কিন্তু তোৰ ভাব,
লাহবাহ দেখি,
ভাবোঁ তোক বুলি চোৰ ।

বলিয়াৰ দৰে,
চাৰি দিশে ঘুৰ,
অবাবত কাট দিন,
নেভাব নিচিন্ত,
নেসাঁচ একোকে
নেদেখো ভালৰ চিন ।

নেলাগে আহিব,
কাষলৈ মোৰ,
নেচাঁও ভোমোৰা তোক,
অবুজা ফুলক,

নুভুলা বলিয়া,
নুভুলাবি আহি মোক ।

কোনে সৰজিলে,
তোক অ' কলিয়া,
থান্ ঠিত্ হীন কৰি,
নেলাগে কৰিব,
গুণ গুণ ৰব,
অকলৈ থাকিম পৰি ॥

---

# ক্ষমা ।

ভ্ৰম এটা জীৱনৰ বিঘিনি। বিপদ-আপদহে ইয়াৰ সঙ্গী; ইয়াকে সহায় কৰি ই সততে পথ আগচি ধৰে আৰু আহুকাল দিয়ে। ই মানৱ জাতিৰ চিৰ লগৰীয়া, ইয়াৰ পৰা মুক্ত হোৱা অসম্ভৱ। গভীৰ অজ্ঞান, অতুল বিদ্যাই ইয়াৰ তত্ত্ব পোৱা নাই ইয়াৰ আচৰণ প্ৰকৃতি সকলো অদ্ভুত। ইয়াৰ ৰহস্য ভেদিব নোৱাৰি কত মহাপুৰুষে বিপদত পৰিছে তাৰ সীমা নাই। কৰিব নলগীয়া কাম কৰি, কব নলগীয়া কথাকৈ কিমান জ্ঞানী বিদ্যাৱন্ত মানুহে আহুকাল পাইছে, তাৰ লেখজোখ নাই। ই মানৱ সমাজত নিতৌ ন ন আসোঁৱাহ বেমেজালি সৃষ্টি কৰে, ফলত হিংসা-অগ্নি জ্বলি উঠে, খিয়লা-খিয়লিয়ে ঘোৰ মূৰ্ত্তি ধৰে। ই স্বয়ং যেনে বিঘ্নি ইয়াৰ ফলো তেনে ভয়ঙ্কৰ।

ইয়াৰ পৰা মুক্ত হোৱা অসম্ভৱ হলেও সংসাৰ দুখময়, জীৱন বিষময় বুলি ভবাতো অনুচিত। ই যেনে দুৰন্ত ইয়াৰ দমনৰো তেনে উপায় আছে। সেই উপায় ক্ষমা। ক্ষমাৰ সেকাত ই একেবাৰে সেও হয়। ক্ষমাই ইয়াৰ বল লাঘৱ কৰে, উদ্দণ্ডালিৰ ঘাই প্ৰতিবন্ধক হয়। ক্ষমা সাগৰৰ পাৰৰ পৰ্ব্বত তুল্য; সাগৰৰ ঢৌৱে যেনেকৈ ফেনে-ফোটোকাৰে আহি পৰ্ব্বতত আঘাত কৰি মুহূৰ্ত্তে লয় পায়, তেনেকৈ ভ্ৰান্তিমূলক বিপদ-বিঘ্নিবোৰেও ক্ষমাতে জয় পৰে। ক্ষমাৰ দুৰ্জ্জয়

পৰ্য্যাক্ৰম। ইয়াৰ অভাৱ হলে মানৱ সমাজত প্ৰলয় মিলিব, হিংসাই দেখা দিব, সুখ-শান্তি অদৃশ্য হব, নিকাৰে আধিপত্য কৰিব। মুঠতে সংসাৰ নৰক হব।

মানৱ-জীৱন সমস্যাময়, জীৱনৰ আদিৰ পৰা অন্তলৈ সমস্যা। সমস্যা ভঙা নিচেই উজু নহয়, তাত জ্ঞান-বুদ্ধিৰ অশেষ আৱশ্যক হয়। মানৱ মনৰ গতি সদায় পোন বা ঠিক নাথাকে, তাত হকা বধা অনেক আছে। সমস্যাত সম্পূৰ্ণ পাৰ্গত হোৱা মানৱ-ক্ষমতাৰ অসাধ্য তাত ভুল-ভ্ৰান্তিয়ে সদাই দেখা দিব।

ক্ৰোধ ক্ষমাৰ প্ৰৱল ৰিপু। ক্ৰোধ ক্ষমাৰ মিলন নাই। ক্ৰোধৰ উদয় হলে ক্ষমা অস্ত যায়। ক্ৰোধে ক্ষমা কেনে নুবুজে, ক্ষমাই ক্ৰোধ নুবুজে। ক্ৰোধ এক ৰকম বাতুলতা। খং উঠিলে বাতুলতাৰ সকলো লক্ষণে দেখা দিয়ে, হিতাহিত নুবুজে, বিবেচনা নাইকিয়া হয়। সিহঁতে সমস্যাৰ কঠিনতা নুবুজে, নিজৰো ভৱিষ্যত নাভাবে; সিহঁত অবোধ মূৰ্খ। সিহঁতে নিজলৈ বিপদ আদৰি আনে আৰু সমাজতো বিস্তাৰ কৰে। কোনোৱে সমস্যাৰ চাকনৈয়াত উৱাদিহ নাপাই হঠাৎ কৰিব নলগীয়া কাম কৰিলে তাক সিহঁতে খঙ্গ কৰে, নসহে, প্ৰতিশোধ লবলৈ সদায় যত্ন কৰে। ক্ষমাশীল লোকৰ প্ৰকৃতি আন প্ৰকাৰ; তেওঁলোকে তাত খঙ্গ নকৰি ভৱিষ্যতে নকৰিবলৈ দিহা দিয়ে। তেওঁলোক বিবেকী, চিন্তাশীল, ধীৰ গম্ভীৰ; তেওঁলোকে মানৱজাতিৰ আহি। সকলোৰে পৰা

ভক্তি আৰু মৰম পায়। আনৰ দোষ ক্ষমা কৰি যেনেকৈ প্ৰীতিভাজন হয়, তেনেকৈ আনেও তেওঁৰ দোষ ক্ষমা কৰে। ক্ষমাই সুসাৰত মৰম, প্ৰণয়, প্ৰীতিহে বৰ্ষে ; জীৱন আনন্দময় কৰে, সংসাৰ স্বৰ্গ কৰে।

ক্ষমাৰ যেনে অদ্ভুত শক্তি, ইয়াৰ প্ৰয়োগ তেনে দুষ্কৰ। ইয়াক প্ৰয়োগ কৰিব নাজানিলে ইয়াৰ পৰা বিষময় ফল পায়, সি তেতিয়া ক্ৰোধতকৈও গুৰুতৰ হয়, ক্ষমাই ক্ষমাৰ সাজ সলাই ঘোৰ মূৰ্ত্তি ধৰে। আন বস্তু যেনে নিয়ম-প্ৰণালীৰ অধীন, ইয়ো তেনে অধীন। সেই নিয়মানুসাৰেহে প্ৰয়োগ কৰিলে ইয়াৰ প্ৰকৃত ফল পোৱা যায়। কেৱল ক্ষমাগুণ থাকিলেই মানুহ ক্ষমাশীল হব নোৱাৰে। কিমানে ইয়াৰ প্ৰয়োগ নাজানি মানৰ ঠাইত অপমান পাইছে, প্ৰীতিৰ ঠাইত অপ্ৰীতি লাভ কৰিছে আৰু ভীৰু কাপুৰুষ নাম পাইছে তাৰ অন্ত নাই। আচল ক্ষমাৱন্ত লোকে যতে তডে ইয়াক প্ৰয়োগ নকৰে। ইয়াৰ প্ৰয়োগ কৰাত তেওঁলোক সদাই সাৱধান। যত ক্ষমা কৰিলে নিজৰ মান লাঘৱ নহয়, বিপদত নপৰে আৰু বন্ধুত্ব গভীৰ হয় তাতেহে তেওঁলোকে বিবেচনা কৰি প্ৰয়োগ কৰে। ক্ষমা গুণতকৈ ইয়াৰ প্ৰয়োগহে বেচি লাগতিয়াল। যেয়ে ইয়াৰ প্ৰয়োগত বিচক্ষণ, তেওঁ ক্ষমাশীল, তেওঁ হে ক্ষমাৰ সকলো ফল লাভ কৰিছে আৰু নিৰাপদে কাল কটাইছে।

---

# বুৰঞ্জী অধ্যয়ন।

( ১ )

বুৰঞ্জী শব্দটো আহোম ভাষাৰ পৰা ওলাইছে। বু' অৰ্থে নজনা ৰঞ্জ অৰ্থে জনা। যি পুথিয়ে আগৰ কালৰ নজনা কথা জনা কৰি দিয়ে তাক বুৰঞ্জী বোলে। অসম দেশত আহোম স্বৰ্গদেউ সকলে ১৩ শতিকাৰ পৰা তেওঁলোকৰ ৰজা ভঙ্গা পতা কাহিনীবোৰ পুথিত ক্ৰমান্বয়ে লিখাই থৈছে। এই ধৰণৰ লিখা পুথিক সিবিলাকে বুৰঞ্জী নাম দিছে। আন কি ভাৰতবৰ্ষৰ মোগল সম্ৰাট সকলেও আহোম নৃপতি সকলে লিখাৰ দৰে কোনো বুৰঞ্জীৰ কথা লিখি থোৱা নাছিল।

( ২ )

বুৰঞ্জীক ইতিহাস বোলে ইতিহাস সংস্কৃত শব্দ, ইতিহাস সম্বন্ধে এনেদৰে সংস্কৃতত শ্লোক আছে যে যি পুথিয়ে পুৰণি কালৰ কথাৰ লগত ধৰ্ম্ম, অৰ্থ, কাম মোক্ষ এই চাৰি বিষয়ে উপদেশ দিয়ে তাক ইতিহাস বোলে। ইংৰাজীত বুৰঞ্জী শব্দটোক 'হিষ্ট্ৰি' বোলে। কোনোবা এজন ইংৰাজ লিখকে ইতিহাস সম্বন্ধে এইদৰে কৈছিল, যে "ইতিহাস যেনিবা এজন বুঢ়া মানুহ, তেওঁ পুৰণি কালৰ কাহিনী বোৰ ভাঙ্গি পাতি কয়।" সি যি নহওক বুৰঞ্জী অধ্যয়ন এটা বৰ আৱশ্যকীয় বিষয়। বুৰঞ্জী অধ্যয়ন নকৰিলে [illegible]

কোন জাতিৰ উঠন পতন হৈছিল, কোন ৰজাই কি ভাবে দেশত শাসন কাৰ্য্য চলাইছিল কোন ৰজাৰ দিনত বিদ্যা আৰু জ্ঞানৰ চৰ্চ্চা বাঢ়িছিল, কি সময়ত ঠায়ে ঠায়ে বিভিন্ন ধৰ্ম্ম প্ৰচাৰক সকল আবিৰ্ভাব হৈ কেনেকৈ ধৰ্ম্মৰ বিভিন্ন সম্প্ৰদায়ৰ সৃষ্টি কৰিছিল, কেতিয়া কোন দিগ্বিজয়ী পুৰুষে হাতত তৰোৱাল লৈ তুমুল সংগ্ৰাম কৰি তেজেৰে নৈ ৰাঙ্গলি কৰিছিল, কেতিয়া প্ৰজাই ৰজাৰ অন্যায় আৰু ময়মতিয়া আচৰণৰ বিপক্ষে মূৰ পাতি উঠি দেশত শান্তিৰ সুশৃঙ্খলা লগাইছিল, আকৌ কেতিয়া সুখ সমৃদ্ধিৰ মলয়া বা ধীৰে ধীৰে মানৱ সমাজত বৈ প্ৰজাৰ সুখ সৌন্দৰ্য্য বৃদ্ধি হৈছিল ইত্যাদি বুৰঞ্জীত বিশদ ভাৱে আলোচনা আছে। তাত বিভিন্ন পুৰুষৰ চৰিত্ৰ অঙ্কিত আছে। জীৱন চৰিত পঢ়িলে যাৰ জীবন চৰিত পঢ়া যায় তেওঁৰ বিষয়হে জানিব পাৰি, কিন্তু বুৰঞ্জী অধ্যয়নৰ পৰা বিবিধ মানুহৰ চৰিত্ৰ একেলগে জনা যায়। কি বোৰ কথা মানি চলি বা কি প্ৰণালিৰে কোনো এটা জাতিয়ে কাম কৰি দেশত নানা বিষয় উন্নতি সাধন কৰিব পাৰিছিল তাক বুৰঞ্জীৰ পৰা বুজ পাওঁ।

(৩)

জগত উন্নতশিল। দিনকে দিনে জগতে উন্নতিৰ ফালে গতি কৰিছে। পণ্ডিত সকলৰ মতে সকলো বিষয়ৰ উন্নতি যেতিয়া সমানভাৱে সম্পূৰ্ণ হবগৈ তেতিয়াহে সত্যযুগ মিলিব। গতিকে বুৰঞ্জী নহলে এটা জাতিয়ে উধাইছে নে নামিছে তাক

উন্নতশীল জাতিবোৰৰ বিবৰণ বুৰঞ্জীৰ পৰা জানিলে কোনো এটা জাতিয়ে সেই ভাবে উন্নতি কৰিবলৈ দিহা কৰিব পাৰে, কিম্বা উন্নত জাতিটোৱেও আগৰ উন্নতিতকৈ কিমান আগুৱাইছে তাৰো গম ধৰিব পাৰে। তেনেকৈ কোনো এটা বিষয়ত এটা জাতিৰ পতন হলে পতনৰ কাৰণবোৰ বুৰঞ্জী পাঠৰ পৰা জানি লৈ সেই বিষয় সতর্ক হব পাৰি। এনেকৈ বুৰঞ্জীত নানা বিষয় সম্ভেদ আছে।

( 8 )

মানুহ মাত্রেই অতীত গৌৰৱৰ বা অতীতৰ কাহিনী শুনিবলৈ ভাল পায়। বুৰঞ্জী নোহোৱা হলে এইবোৰ বিষয় জানিবৰ আনএকো উপায় নাথাকিল তেতেন। বুৰঞ্জীক কেইবা প্রকাৰৰো হব পাৰে। সাহিত্য বুৰঞ্জী, জাতিৰ বুৰঞ্জী, বানিজ্য বুৰঞ্জী, শাসন কার্য্যৰ বুৰঞ্জী, ইত্যাদি। সাহিত্য বুৰঞ্জীয়ে কোনো এটা ভাষাই কি দৰে উন্নতি কৰি নাট উপন্যাস, কবিতা, পদ, গীত আদি বিভিন্ন বিভাগত কি ভাবে সাহিত্যৰ সম্পদ বঢ়াইছে তাক নিৰাকৰণ কৰে। জগতৰ যিবিলাক বেলেগ বেলেগ জাতি আছে সেই মানুহ জাতিয়ে কেনেকৈ খাপে খাপে আৰু সভ্যতাৰ জখলাত উঠিব ধৰিছে তাৰ সম্ভেদ দিয়ে। কোনো এখন দেশত বা এটা জাতিৰ মাজত কেনেকৈ বেহাবেপাৰৰ প্রচলন হৈছে। সেই বেহা-বেপাৰৰ অৱস্থা কেনে আছিল আৰু কেনেকৈ বিবিধ

বাণিজ্য বিষয়ত শিল্প বাণিজ্য বিস্তাৰ হব ধৰিছে তাক বাণিজ্য বুৰঞ্জীয়ে আলোচনা কৰে।

কোনো এখন দেশ কোনোবা ৰজাই চলাইছিল নে কোনোবা খেলৰ মুৰব্বিয়ে চলাইছিল, নাইবা প্ৰজাই সভা পাতি দেশ চলাইছিল, নে উমৈহতীয়া হিচাবে শাসন কাৰ্য্য চলিছিল ইত্যাদি বিষয়ৰ বিবৰণ শাসন কাৰ্য্য বুৰঞ্জীত পাওঁ। এক কথাত কবলৈ গলে দেশত প্ৰজা তন্ত্ৰ, সাধাৰণ তন্ত্ৰ স্বেচ্চা তন্ত্ৰ আদিৰ আলোচনা এই বিভাগত পৰে। লগতে দেশ যুদ্ধ, বিগ্ৰহ ইত্যাদীৰ কথাও জানিব পাৰি।

বুৰঞ্জী অধ্যয়ন শিক্ষাৰ এটা প্ৰধান অঙ্গ। বুৰঞ্জী অধ্যয়ন নকৰিলে শিক্ষাৰ অঙ্গ সম্পূৰ্ণ নহয়।

বুৰঞ্জীত আমি নানালোকৰ সজ অসজ বিবিধ পটন্তৰ পাওঁ। জীৱন চৰিত অধ্যয়ন কৰিও আমি উজ্জ্বল পটন্তৰ পাব পাৰোঁ। জীৱন চৰিতত এজন মানুহৰ মাথোন চৰিত্ৰৰ আলোচনা থাকে। কিন্তু বুৰঞ্জীত বহুজনৰ চৰিত্ৰ বৰ্ণোৱা থাকে। জীৱন চৰিতত যেই সেই এজনৰ তন্ন তন্নকৈ চৰিত্ৰ আলোচনা থাকে কিন্তু বুৰঞ্জীত চৰিত্ৰৰ আলোচনা বিশদভাবে নাথাকে। ইয়াত মুঠভাবে চৰিত্ৰৰ আলোচনা কৰা হয়। সেইবাবে কব পাৰি জীৱনীত চৰিত্ৰ এটীয়া কিন্তু বুৰঞ্জীত চৰিত্ৰ জাকতীয়া।

বুৰঞ্জীৰ উদাহৰণবোৰে আমাৰ মনত এনেটো বিশ্বাস জন্মায় যে যি কাম আমাৰ নিচিনা মানুহে কৰিছে সেই কাম যত্ন

কৰিলে আমিও কৰিব পাৰিম। যেনে এজনে দেশৰ স্বাধিনতাৰ অৰ্থে প্ৰাণ বিসৰ্জ্জন দিও দেশৰ গৌৰব ৰক্ষা কৰিছে, আন এজনে কঠোৰ ব্ৰত অৱলম্বন কৰি শৰীৰ ক্ষয় কৰি কোনো এটা বিষয়ত সিদ্ধি লাভ কৰিছে। দুৰঞ্জীত তেনেবোৰ উদাহৰণ পঢ়িলে, আমাৰো সেই শ্ৰেণীৰ কাৰ্য্য কৰিবলৈ সততে সাহস আৰু উৎসাহ জন্মে।

---

# চৰাইৰ খেদ।

আছিলোঁ এদিন হাঁয় মুকলী মুৰীয়া;
বন ফল মূল খাই আছিলোঁ সুখীয়া।
নির্ম্মল শীতল জল কৰিছিলোঁ পান;
গছৰ ডালত বহি গাইছিলোঁ গান।
কত আনন্দত হাঁয় আছিলোঁ মগন;
নিজৰ ৰূপকে চাই জুৰাই নয়ন।
বিতোপন ফিচাগছি কত যতনত;
শোভিছিল মোৰ এই সুঠাম দেহত।

হায়! কিন্তু হল মাথোঁ বৃথায় ধাৰণ;
নাই আৰু ডেউকাৰ সুন্দৰ বৰণ।
নাই ফিচাগছিটো যে সুন্দৰ জেউতি;
অনিত্য সকলো গ'ল কৰাবলৈ উটি।
মানৱ হাতত বন্ধ, ধৰা পৰি মই
সঙ্গাতে ভোকত মৰোঁ কোনে ঘুৰি চায়;
এৰি এই কাৰাগাৰ যায় ক্ষুদ্ৰ প্ৰাণ;
হে বিভু! কৃপা কৰি দিয়া শান্তি দান।
শৰণাগোঁ মানৱ মই কৰম তোমাৰ
কৰিলা জীৱন অন্ত ক্ষুদ্ৰ পৰাণৰ।
ইহ জীৱনৰ দুখ হল উপশম,
মুক্তি পাম আছে এক মহা সুখধাম।

---

# স্কাউট।

আজি কালি আমাৰ দেশত "বইজ্ স্কাউট" নামেৰে এবিধ নতুন অনুষ্ঠান চলিছে। এই বইজ স্কাউটৰ অৰ্থ এই যে কিছুমান ছাত্ৰই লগ লাগি জীৱনৰ আদি অৱস্থাতে পৰৰ উপকাৰৰ অৰ্থে কেতবোৰ ব্ৰত পালন কৰিবলৈ যত্নবান হয়। ইউৰোপত যেতিয়া কেইবছৰমান আগেয়ে জাৰ্ম্মানৰ লগত ইংলণ্ডৰ মহাসমৰ হৈছিল তেতিয়া বেডেন্ পাওৱেল নামেৰে এজন ইংৰাজ কৰ্ম্মচাৰীয়ে এমখা লৰাক যুদ্ধৰ কামত সহায় কৰিবলৈ শিকাই লৈছিল। সেই লৰাবোৰে ঘাইকৈ যুদ্ধ ক্ষেত্ৰত আহত হোৱা সৈন্যবোৰক আৰু নৰীয়া হৈ পৰি থকা ৰোগীবোৰক দিনে ৰাতিয়ে সেৱা শুশ্ৰূষা কৰিছিল; যুদ্ধৰ বাতৰি ইঠাইৰ পৰা সিঠাইলৈ অনা নিয়া কৰিছিল, শত্ৰুপক্ষৰ আলেখ লেখ চাইছিল। আৰু ৰজা আৰু ৰাজ্যৰ কাৰণে শক্তি অনুসাৰে কৰিব লগীয়া কামবোৰ কৰিছিল। এই মখা লৰাক স্কাউট নাম দিয়া হৈছিল।

স্কাউট অনুষ্ঠানে সমাজত উপকাৰ কৰা দেখি দেশ বিদেশৰ সকলো ছাত্ৰৰে দ্বাৰা এনে এটি পৰম উপকাৰী তৰুণ সেৱক বৃন্দ গঠন কৰিবলৈ আৱশ্যকতা বোধ কৰা হল। তেতিয়াৰে পৰা ঠাইয়ে সকলো প্ৰদেশতে বইজ্ স্কাউট গঠন হব ধৰিছে। এইএই স্কাউট অনুষ্ঠানৰ মুল প্ৰতিষ্ঠাপক আৰু প্ৰধান পৰিচাৰক

মিঃ বেডেন্ পাওৱেল। প্ৰাদেশিক গভৰ্ণমেণ্টৰো এই অনুষ্ঠানৰ বিস্তাৰৰ অৰ্থে সহানুভূতি আছে।

( ২ )

স্কাউট হবলৈ হলে যেই সেই প্ৰকৃতিৰ লৰাই এই শ্ৰেণীত অন্তভূৰ্ক্ত হব নোৱাৰে। যি লৰাৰ চৰিত্ৰ সজ কাম কৰিবলৈ আগ্ৰহ আছে আৰু যাৰ অন্তৰ দয়াৰে পৰিপূৰ্ণ তেনে লৰাক হে এই শ্ৰেণীত ভৰ্ত্তি কৰা হয়। স্কাউটে পৰৰ হিতকাৰী কামত সদায় লাগি থাকিব লাগে। কদাচিৎ কৰবাত জুই লাগিলে, বান পানী হৈ গৰু মানুহৰ আলৈ অঠানি মিলিলে, জ্বহনী গ্ৰহনী আদি ব্যাপক ৰোগ গাৱঁত দেখা দিলে স্কাউটে নিজক সাৱধানে ৰাখি সবাতোকৈ আগে সেৱা শুশ্ৰূষা কৰিব লাগে। যেই সেই অৱস্থাত যেই সেই প্ৰকাৰে পৰৰ উপকাৰ কৰিবলৈ কেতিয়াও পিচ পৰা হব নালাগে। নিজক উৎকৃষ্ট ভাবি পৰক নিকৃষ্ট জ্ঞান কৰি যি আনৰ উপকাৰ কৰিবলৈ পৰা ঙ্মুখ হয় তেওঁ কদাপি স্কাউট হই সেই নামৰ কলঙ্ক অনা যুগুত নহয়। পণ্ডিতৰ পুত্ৰ হৈ কিম্বা ডাঙৰৰ সন্ততি হৈ মানুহৰ উপকাৰ কৰোতে শ্ৰেণী অশ্ৰেণী বিচাৰিব নালাগে।

স্কাউটে কামৰ সুবিধাৰ অৰ্থে থাকি কাপোৰৰ ছুটি কোট পেণ্ট পিন্ধে, মূৰত টুপি লয়। হাতত এডাল টাঙোন ৰাখে লগত একোচা জৰি ৰাখে আৰু কোনো বিলাকৰ লগত কামত ব্যৱহাৰ কৰিবলৈ দা কুঠাৰো থাকে। স্কাউটৰ পোছাক পিন্ধি কাম সকৰিলে স্কাউট হব নালাগে। সকলো বিষয়ৰে যথা

বিধি শিক্ষা কৰিব লাগে। স্কাউট বিলাকে স্কাউট হওতেই এই তিনটা প্ৰতিজ্ঞা কৰিব লাগে। (১) ঈশ্বৰৰ প্ৰতি ৰজাৰ প্ৰতি আৰু দেশৰ প্ৰতি কৰ্ত্তব্য পালন কৰিম। (২) সদায় পৰৰ উপকাৰ চিন্তা কৰিম। (৩) স্কাউটৰ নিয়ম প্ৰণালী পালন কৰিম।

ওপৰৰ কথা কেইটা প্ৰতিজ্ঞা কৰি স্কাউটে সদায় সকলো সময়তে কি দুখীয়া, কি সুখীয়া কি ৰোগী কি নিৰোগী, কি উচ্চজাতিৰ কি নিম্নজাতিৰ কি স্পৃশ্য কি অস্পৃশ্য সকলো শ্ৰেণীৰ সকলো তৰপৰ মানুহকে সহায় কৰিবলৈ প্ৰস্তুত থাকিব লাগে। স্কাউট বিলাক উপযোগী কৰ্ম্ম কৰিবলৈ ঘাইকৈ তিনি প্ৰকাৰে শিক্ষা দিয়া হয়।

কেনেকৈ ৰুগীয়াক শুশ্ৰূষা কৰিব লাগে, আকস্মিক দুৰ্ঘটনা হলে যেনে :—পানিত ডুবিলে, জুইয়ে পুৰিলে হাড় ভাগিলে বৰকৈ তেজ ওলালে, সাপে কামুৰিলে গাৰীয়ে চেপিলে জুইয়ে পুৰিলে ইত্যাদি কেনেকৈ তত্তালিকে স্কাউটে সহায় কৰিব লাগে সেই বিষয় স্কুল পাতি শিক্ষা দিয়া হয়।

(খ) স্কাউট বিলাকৰ মাজত কিছুমান খেলা বা ধেমালি ধুমুলা শিকোৱা হয়। যেনে এইবোৰ খেলাই স্কাউটৰ শাৰি-ৰীক উন্নতি কৰে আৰু গোটেট জাক স্কাউটৰ মাজত মিলা-প্ৰীতি ভাব বা বন্ধুতা ভাব স্থাপন কৰে।

(গ) কেম্পিং (camping) শিক্ষা দিয়া হয়। অৰ্থাৎ কেনেকৈ প্ৰবাস খাটিব লাগে সেই বিষয় আভাস দিয়া হয়।

এই উদ্দেশ্য সাধনৰ অৰ্থে মাজে সময়ে স্কাউট বিলাকক ঘৰৰ পৰা উলিয়াই হাবিয়ে বননিয়ে পানীয়ে বামে, লৈ ফুৰোৱা হয়। ঘৰ এৰি আন ঠাইলৈ গৈ কি দৰে নিজ নিজ কাম নিজে নিজে কৰিব লাগে আৰু দৈবাৎ বিপদ মিলিলে কেনেকৈ নিষ্কৃতি পাব পাৰি ঠাই বুজি সন্ধিৰ বাঁহ কেনেকৈ বুদ্ধিৰে কাটিব লাগে এই বোৰকে শিক্ষা দিবৰ কাৰণে এই উপায় উলিওৱা হৈছে। যাতে ভবিষ্যত জীৱনত সংসাৰ সোমালে স্কাউটে কোনো কথাতে বিবুদ্ধি হব নালাগে।

V

ওপৰত উল্লেখ কৰা কথামতে আজি কালি সকলো ঠাইতে স্কাউট সংগঠন হব ধৰিছে। স্কাউট অনুষ্ঠানত অভিজ্ঞ লোক সকলে ভাবে যে দেশত এনে এটি স্কাউট নামেৰে তৰুণ সেৱক বৃন্দ গঠণ হলে দেশ ক্ৰমাৎ শান্তিময় হব আৰু সংসাৰ সুখৰ বিনন্দ বিলাস হৈ এখন অমৰা পুৰী হব।



# ৰঙ্গপুৰ নগৰৰ বিবৰণ

১৬২৭ শকত গদাধৰ সিংহ স্বৰ্গদেৱ স্বৰ্গী হোৱাত তেওঁৰ পুত্ৰ ৰুদ্ৰসিংহ সিংহাসনত উঠিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱে মেটেকাত ৰঙ্গপুৰ নামেৰে নগৰ পাতিলে। এই জনা ৰজাই এই নগৰৰ বিশেষ উন্নতি কৰে। এওঁৰ পাছতো শিৱসিংহ, প্ৰমত্ত-সিংহ, আৰু ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱে ইয়াৰ উন্নতি সাধে। ৰঙ্গপুৰ নগৰ দিখৌ বা দিক্ষু নদীৰ ওচৰত। ই দীঘলে তিনি মাইল মান আৰু পথালিএ এমাইলমান আছিল।

ৰাজধানী নগৰৰ উজনীৰ ফালে ৰজাৰ নগৰ। ইয়াৰ চাৰিও ফালে ইটাৰ গড়। এই নগৰ দীঘলে এক মাইলৰ কিছু অধিক। এই নগৰৰ প্ৰবেশ কৰিবলৈ তিনিখন দুৱাৰ। দক্ষিণৰ খনক বড় দুৱাৰ, পূবৰ খনক পানীদুৱাৰ, পশ্চিমৰ খনক ন দুৱাৰ বোলে। উত্তৰ ফালে দুৱাৰ নাই। ঘৰ পাছ দেখি ঘৰ কাৰেঙ্গ বোলে। বড়দুৱাৰ পাৰ হই গ'লেই মানুহৰ ঘৰ পায়। চিপাহী, টেকেলা, বৰা প্ৰভৃতি ৰজাৰ কৰ্ম্মচাৰীসকল ইয়াত থাকে। ৰজাৰ বড় চ'ড়াৰ মুৰতে এটা বাট চ'ড়া। এই বাট চ'ড়া সোমাই বড় চ'ড়া পায়। ইয়াৰ চাৰিওফালে সুদা ঠাই। তাক খলা বোলে। এই খলাৰ কাণতে ফুকন বড়ুৱা কি আন যি সকল বিষয়াই ৰাতি নগৰত থাকে সেই সকলৰ বহা বা পালি ঘৰ। বড় চ'ড়াত উঠিবৰ পূৰ্ব্বে যি সকল বিষয়াই

ভৰি ধোৱে সেই সকলৰ বহাও সেই ঠাইতে। এইবাৰ ঘৰক পানীচোৱা ঘৰ বোলে।

বড় চ'ড়াৰ ভেটি বড় ওখ। এই ঘৰটো কেইবা খোটালিও ই দীঘলে টুপে সইতে ১২০ হাত আৰু পথালীয়ে কাথিৰে সইতে ৪০ হাত। বড় চ'ড়াৰ পৰা কিছু দূৰৈত ৰজাৰ টোল বা গড় ভিতৰ। ইয়াৰো চাৰিওফালে প্ৰাচীৰ। ইয়ালৈ প্ৰবেশ কৰাৰ তিনি খন দুৱাৰ। প্ৰথম ডঁৰিক দুৱাৰ। ইয়াক পাৰ হই দোলা কাসৰীয়া চ'ড়া। ইয়াত দোলা কাসৰীয়া আৰু সেই সকলৰ অধ্যক্ষ পহৰি স্বৰূপ থাকে। বড়দুৱাৰৰ অধ্যক্ষ কুকুৰাচোয়া বড়ুৱা। এওঁৰ অধীনতে নিৰ্দ্দিষ্ট কৰ্ম্মচাৰীএ সময় নিৰূপক দবা কোবায়। গড় ভিতৰত উজনী আৰু নামনীত দুখান দুৱাৰ। ইয়াক চাউডাঙ্গৰ দুৱাৰ বোলে। ৰজাৰ চাউ-ডাঙ্গ বা অস্ত্ৰধাৰী, প্ৰহৰি আৰু ৰক্ষক থাকে। এই চাউডাঙ্গ দুৱাৰৰ উজনী খনক কাপুগঁয়া দুৱাৰ লিগিৰী দুৱাৰ আৰু মাটী ঘৰৰ দুৱাৰো বোলে। নামনী খনক কমলাবড়ীয়া দুৱাৰো বোলে, গোঁসাই ঘৰীয়া দুৱাৰো বোলে। উজনীখন দুৱাৰে ফুকন বড়ুৱাৰ ঘৈণী সকল গড় ভিতৰলৈ যায়। এই দুৱাৰে গলেই কুঁৱৰী সকলৰ টোল পায়। নামনীখন চাউডাঙ্গৰ দুৱাৰে গলে গোঁসাই ঘৰ পায়। পৰ্ব্বতীয়া গোঁসাই প্ৰভৃতি ৰজাৰ গুৰু কেইজনা এই পিনে যায়। ডঁৰিকা দুৱাৰেই গড় ভিতৰৰ প্ৰধান পথ। চাউডাঙ্গ দুৱাৰৰ সমুখতে চাউডাঙ্গৰ ঘৰ চ'ড়া। চাউডাঙ্গইতে এই দুৱাৰ ৰক্ষা কৰে পৰিয়াবোৰে সময়ে

সময়ে পৰ দিয়ে। দুৱাৰৰ সমুখৰ চ'ড়া এৰি, গলেই বড় বাট-ঘৰ পায়। তায়। তাৰ পৰা জখলা মুখ। গোঁসাইৰ ঘৰ, কুঁৱৰীসকলৰ ঘৰ, চাঙ্গমাই শাল চাঙ্গঘৰ নহয়। ৰজাৰ খোৱা, শোৱা, বহা, আমোদ প্ৰমোদ কৰা, মৰাঙ্গ বা শৌচাগাৰ এই সকলোবোৰ চাঙ্গঘৰ। কেৱল গোঁসাই ঘৰলৈ জখলাৰে নামি স্বৰ্গদেউ আহি মাটী ঘৰত পূজা কৰে। ৰজাৰ চাঙ্গতে এটা ঘৰ আছে; তাক বড় ঘৰ বোলে। এই ঘৰৰ টুপতে স্বৰ্গদেব বহে আৰু ইয়াতেই ভিতৰুয়াল মেল হয়। ৰজাৰ বড় ভঁড়াল চাঙ্গ ঘৰ। বেজ ঘৰ বা ঔষধালয় চাঙ্গঘৰ, এই ঘৰৰ অধিকাৰ বেজবড়ুৱা। তেওঁৰ অধীনে বছা বেজ থাকে। এই বেজে বস্তুৰ ভাল বেয়া বাছি দৰৱ কৰে। ৰজাৰ লিগিৰা আৰু লিগিৰী, কুঁৱৰী সকলৰ লিগিৰী, এই সকলো ৰজাৰ টোলৰ ভিতৰত থাকে। কোনো কোনো লিগিৰা ৰজাৰ টোলৰ বাহিৰেও থাকে। চাঙ্গমাই বেজ, গোঁসাই ঘৰীয়া, জৰাধৰা, মৰঙ্গ চোয়া প্ৰভৃতি যি বোৰ লোকে টোলত ৰজাৰ কাৰ্য্য কৰে সি সকল প্ৰায় টোলৰ বাহিৰে বাস কৰে। ঘৰত হলে অতি বিশ্বাসী লিগিৰা বিনে আন পুৰুষ ৰাতি নাথাকে। দিনতো তালৈ পুৰুষ সহসা যাব নোৱাৰে।

সাধৰেণৰ শিক্ষাৰ নিমিত্তে কোনো বিদ্যালয় নাছিল। ফুলেশ্বৰী কুঁৱৰীৰ যি পঢ়াশালী সিও ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ দিনত প্ৰায় নাই বুলিলেই হয়। নগৰৰ ভিতৰত বিষয়াসকলৰ কোনো কোনো জনাৰ ঘৰতে বা কাঁতিৰত ছাত্ৰশালী আছিল। তাৰ

কত্তো ১০ জন কতো ২০ জন ছাত্র আছিল। এই ছাত্রশালাৰ সংখ্যা জানিব নোৱাৰি। ছাত্রশালাত প্রায় ব্রাহ্মণৰ লৰাই পঢ়ে। ক্বচিৎ কায়স্থ, কলিতা, আহোম জাতিৰ বিষয়াৰ লৰাই পঢ়ে। অসমীয়া ভাষা শিক্ষাৰ কোনো পাঠশালা নাছিল। মাটীৰ পীয়লৰ অঙ্ক কাকতি আৰু মজুমদৰে ঘৰৰ লৰা কিছুমানে শিক্ষা কৰিছিল। শিল্পবিদ্যা, গীত, বাদ্য প্রভৃতি শিক্ষাৰ নিৰ্দ্দিষ্ট ঠাই নগৰত নাছিল। সেই ব্যবসায় কৰা লোকৰ খেলে খেলে মানুহবোৰে নিজৰ ঘৰতে বা গাওঁত সেই সেই বিদ্যা কৰিছিল।

---

# হাতী-পটী, ধূমকেতু নেজাল তৰা আৰু পপীয়া তৰা।

আকাশত ৰাতি হলে তৰা ৰাজ্যৰ ভিতৰত আমি বহু বস্তু দেখিবলৈ পাওঁ। কেতিয়াবা আন্ধাৰ নিশা মন কৰিব পোৱা আকাশত তৰাৰ মাজত এটা বগা পটি পৰি থাকে।

পটিটো দেখিবলৈ সাইলাখ হাবিৰ মাজৰ হাতীৰ দণ্ডি যেন, সেই দেখি আমাৰ মানুহে ইয়াক হাতী-পটি বোলো। স্বৰ্গৰ অধিপতি ইন্দ্রদেৱ; তেখেতৰৰ ঐৰাৱত নামেৰে এটা প্ৰকাণ্ড হাতী আছে। সি হেনো নিতৌ সেই বাটেৰে কৰ-বাত—মন্দাকিনীত হবলা—পানী খাবলৈ যায়, আৰু নিতৌ যাওঁতে যাওঁতে সেইটো পটি পৰিছে। এইটো আমাৰ কল্পনা। আন দেশত আন কল্পনা আছে। ইউৰোপৰ মানুহৰ মতে কোনোবা এজনী বুঢ়ীয়ে কৰাবালৈ এবাটি এৰাঁ গাখীৰ লৈ গৈছিল। বুঢ়ী জনী নিচেই আথৰ আবৰ, থৰক্ বৰক্ কৰে যাওঁতে, ঢোলোকনি খাই বাটে বাটে বাটিৰ গাখীৰ পৰি গৈছিল। সেই গাখীৰৰ চিন আজি লৈকে আছে। সেই দেখি তেওঁলোকে হাতী-পটিক খীৰৰ আলি বোলে। সি কথা যেই বা নহওক, হাতী-পটিটো দৃশ্যমান বিষুব ৰেখা যেন হৈ আকাশৰ ই মূৰ সি মূৰ জুৰি আছে। আমি এক সময়ত আকাশৰ এফাল মাথোন দেখোঁ, গতিকে হাতী-পটিৰো এফালহে

দেখিবলৈ পাওঁ। তাৰ সিটো ফাল পৃথিবীৰ আঁৰত থাকে। ইয়াৰ এটা ভাগ মাজতে ডুফাল হৈ ডাল মেলি বহুত দূৰ গৈছে, পাচত আকৌ গোট খাই এটা হৈছে। দণ্ডিটিটো আচলত কি বস্তু, সেই কথা থিৰ কৰিবলৈ পণ্ডিত বিলাকে যন্ত্র লগাই তাক ভালকৈ পৰীক্ষা কৰিছে। সি হেনো এটা তৰাৰ মাউথ। কবিৰ কথাত কবলৈ হলে, সি এটা তিৰবিৰীয়া তৰাৰে বান্ধোৱা আলি। তাত তৰাৰ সীমা সংখ্যা নাই, সাগৰৰ বালিৰ নিচিনা দোল হৈ পৰি আছে। বা সি এখন তৰাৰ নৈ, অনেক সৰু সৰু তৰাৰ সুঁতি গোট খাই নৈ এখন হৈ বৈ গৈছে। কিন্তু তৰাবিলাক বহুত আঁতৰত, আৰু সৰহ ভাগেই আকাৰত সৰু, সেই দেখি আমি সিহঁতক ভিন ভিন তৰা যেন নেদেখোঁ। সৰু বৰ এটাইবিলাক তৰাৰ জেউতি গোটখাই সেই অঞ্চলটো পোহৰ হৈছে, আমি সেই পোহৰটো মাথোন দেখিবলৈ পাওঁ।

তৰা ৰাজ্যৰ ভিতৰত তৰাৰ বাজে আন জাতিৰ প্রজাও আছে। সময়ে সময়ে আমি তাত কেতবিলাক জ্বলন্ত আৰু চলন্ত বস্তু দেখিবলৈ পাওঁ। এই বস্তুবোৰৰ কিছুমানক আমি ধুমকেতু বলোঁ, কিছুমানক নেজাল তৰা, আৰু কিছুমানক পপীয়া তৰা বোলোঁ। ইহঁত কি বস্তু, কৰ পৰা আহে আৰু কলৈ যায়, এই বিষয়ে পণ্ডিত বিলাকৰ নানা ৰকম মত আছে। সেই মতবোৰৰ ব্যাখ্যা আৰম্ভ কৰিবৰ আগেয়ে, আমি চকুৰে এই তিনি বিধ বস্তুৰ ভিতৰত সচৰাচৰ কি প্রভেদ দেখিবলৈ পাওঁ তাৰে কথা আগেয়ে কোৱা হব। ধুমকেতুৰ নেজ আছে,

নেজাল তৰাৰো নেজ আছে, কিন্তু পপীয়া তৰাৰ নাই। পপীয়া তৰাক এটা দীঘলীয়া তৰা যেন দেখি। সি এঠাইত ওলাই চোঁচ় কৰে গৈ আন এঠাইত মাৰ যায়। নেজাল তৰা দেখিবলৈ পপীয়াতকৈ ডাঙ্গৰ সি যাওঁতে চোঁ চোঁ কৰে শব্দ তুলি যায়। কোনোটো কিছুমান দূৰ গৈ আকাশত মাৰ যায়, কোনোটো পৃথিবীত পৰে। প্ৰথমে ওলাওঁতে তাৰ নেজ নাথাকে। সি হঠাৎকাৰে আকাশৰ পৰা এটা ঘুৰণীয়া বস্তু হেন হৈ ওলায়। পাচত, যেই-সি-বেগ ধৰে, তাৰ নেজডালো ক্ৰমে ওলাবলৈ ধৰে। কোনোটো নেজ দীঘল হবলৈ নৌপাওঁতেই মাৰ যায়, কোনোটোৰ নেজ বৰ দীঘল হয়; ইমান দীঘল হয় যে সি গোটেইখন আকাশ জোৰে। এনেকুৱা দীঘল নেজাল, তৰা মাৰ গলেও পৰি থাকে, পাচত অনুক্ৰমেহে মাৰ যায়। ধূমকেতু এনেকুৱা ৰকমৰ বস্তু নহয়। সি ওলোৱা কেই দিন চন্দ্ৰৰ নিচিনা নিয়মিত সময়ত উদয় হয়, আৰু নিয়মিত সময়ত অস্ত যায়। ইয়াৰো নেজ আছে। ইয়াৰ নেজ এতাৰ। ইয়াৰ নেজ নেজাল নেজৰ নিচিনা খন্তেকীয়া নহয়, আৰু তৰাটোৱেও ইয়াক এৰি থৈ যাব নোৱাৰে। যথাৰ্থ পক্ষত নেজাল তৰাৰ নেজ এটা পটি মাথান, তৰাটো যেনি যায়, তেনি জ্বলন্ত কিবা বস্তুৰ এটা পটি পৰি যায়। সি পাচত লালে লাহে নাইকিয়া হয়। ধূমকেতুৰ নেজ তৰাটোৰ এটা অঙ্গ। ই বাষ্পময় বস্তু, কোনো গোট মৰা ডাঠ বস্তু নহয়। কিন্তু বাষ্পবোৰ বৰ পাতল, তাৰ মাজেৰে সি লুটিত থকা তৰা-

বিলাক দেখি। ধূমকেতুৰ নেজ দীঘলো আছে চুটিও আছে, কিন্তু ৫০ লক্ষ মাইলতকৈ হেনো চুটি নাই। ধূমকেতুৰ নেজ সদায় সূৰ্য্যৰ বিপৰীত ফালে থাকে। সেই দেখি আমাৰ ফাললৈ আহোঁতে নেজ টাৰ তৰাটোৰ পাচত থাকে, উলটি যাওঁতে নেজতাৰ সি মুখত লৈ যোৱা যেন দেখি। আকাশত আৰু এবিধ বস্তু মাজে সময়ে ওলোৱা দেখা যায়। ই ঠিক খাৰৰ বাজীৰ নিচিনা। বাজীত জুই লগাই এৰি দিলে, সি খেলাৰ ঢোপ যেন ওপৰলৈ উধাই যায়। কোনোটো কিছুমান দূৰ ওপৰলৈ গৈ নুমাই নোহোৱা হয়, কোনোটো ওপৰত গৈ ফুটে, ফুটিলে তাৰ পৰা সেউজীয়া, হেঙ্গুলীয়া আদি বাৰে বৰণীয়া জুই ওলাই পৰে। এনেকুৱা ঢোপ যেন বস্তু আকাশত কেতিয়াবা আপোনা-আপুনি ওলায় আৰু খাৰ-বাজীৰ নিচিনা চিত্ৰ বিচিত্ৰ জুই উগাৰি দি লয় হয়। ই ওলাই উৰি যাওঁতে এটা জুইৰ গোলক উৰি যোৱা যেন দেখি। ধূমকেতু, নেজাল তৰা, পপীয়া তৰা আৰু জুইৰ গোলক আকাশত জাকে জাকে ফুৰিব লাগিছে, কিন্তু আমি সিহঁতক সদায় নেদেখোঁ। সিহঁত সদায় পৃথিবীৰ ওচৰত নুফুৰে, নিলগে নিলগে থাকে। যিটো পৃথিবীৰ ওচৰ চাপে সেইটোকহে আমি দেখিবলৈ পাওঁ।

ধূমকেতু, নেজাল তৰা আদিৰ উৎপত্তি আৰু গতি সম্বন্ধে নানা ৰকম বিবৰণ পোৱা যায়। আগৰ কালৰ পণ্ডিতবিলাকে অনুমান কৰিছিল, যে সিহঁত আমাৰ বায়ুমণ্ডলৰ বস্তু। বায়ু-

মণ্ডলতে কিবা স্বৰূপে সিহঁতৰ উৎপত্তি হয়, আৰু তাতে সিহঁত চৰি ফুৰে। সিহঁত বায়ুৰ ওপৰ খলপাত চৰে, সেই নিমিত্তে সদায় দেখা নাযায়, ওচৰ চাপিলে দেখা যায়। এইটোৱেই অতীজৰ বিবৰণ, কিন্তু বিবৰণটোৰা বস্তুবোৰৰ উৎপত্তি বা গতিৰ বিষয়ে একো জনা নাযায়। বিবৰণটোৰ কোনো সাৰ নাই। ইয়াক সঁচা বুলি কোনো পণ্ডিতে গ্ৰহণ কৰাও নাই। মাজ সময়ত যিবিলাক পণ্ডিত ওলাইছিল, তেওঁলোকৰ মতে ধূমকেতু, নেজাল তৰা তৰা, ৰাজ্যৰ বস্তু। সিহঁত সেই ৰাজ্যত চৰি ফুৰে। কেতিয়াবা কোনোটো আমাৰ সূৰ্য্যৰ বা সৌৰ জগতৰ কোনো গ্ৰহৰ হোপনিত পৰি তৰা ৰাজ্যৰ পৰা স্খলিত হয়, স্খলিত হৈ সৌৰ জগতত ঘূৰি ফুৰে। সিহঁতৰ ভিতৰৰে কিছুমান ঘূৰি ফুৰোঁতে কেতিয়াবা পৃথিবীৰ ওচৰ চাপে, তেতিয়া আমি সিহঁতক দেখিবলৈ পাওঁ। এইটো হল দ্বিতীয় মত। ইয়াৰ বাজে আৰু এটা মত আছে। সেই মত অনুসাৰে ধুমকেতু নেজাল তৰা, তৰাৰাজ্যৰ বস্তু নহয়, সৌৰ জগতৰ বস্তু। সিহঁত সৌৰ জগততে উৎপন্ন হৈছে, আৰু তাতেই গ্ৰহ উপগ্ৰহৰ মাজত ঘূৰি ফুৰিছে। আদিতে যেতিয়া গ্ৰহ উপগ্ৰহবিলাকৰ উৎপত্তি ইহঁতো তেতিয়াই হৈছিল। ইহঁতো আদিৰ বাষ্পপিণ্ডটোৰেই অংশ। গ্ৰহ উপগ্ৰহবিলাক পিণ্ডৰ পৰা স্থূলকি পৰা বস্তু, কিন্তু ধুমকেতু নেজাল তৰা স্থূলকি পৰা নহয়, উফৰি যোৱা বস্তু। গ্ৰহ উপগ্ৰহৰ উৎপত্তি কেনেকৈ হৈছিল, তাক আগত ব্যাখ্যা কৰা হৈছে। ধুমকেতু নেজাল

তৰাৰ উৎপত্তি সেই দৰে হোৱা নাই। সিহঁত পিণ্ডৰ অগ্নি ফুটনিত পিণ্ডৰ পৰা ওলাই গৈছিল। আজি কালিও সূৰ্য্যত অগ্নি ফুটনি হয় বুলি আগত পাই আহিছোঁ। তেনেকুৱা অগ্নি ফুটনি আগৰ কালত আদিৰ পিণ্ডটোতো হৈছিল। সেই ফুটনিত পিণ্ডৰ ্র্ভৰ অনেক অগ্নিময় বস্তু তাৰ পৰা ওলাই উফৰি গৈছিল। সেই বস্তুৰ কিছুমান পিণ্ডৰ হোপনিৰ টানত বহুত দূৰলৈ যাব নোৱাৰি ঘূৰি আকৌ পিণ্ডত পৰি লীন গৈছিল। কিছুমান ইমান বলেৰে ওলাইছিল, যে সিহঁত সীমা পাৰ হৈ গল, তুনাই পিণ্ডত পৰিবলৈ নাপালে। এই দৰে হোপানি এৰাই যোৱা বস্তুবোৰেই ধূমকেতু আৰু নেজাল তৰা হৈ থাকিল। নেজাল তৰা বোলাত, ইয়াত পপীয়া তৰা আৰু জুইৰ গোলকটো বুজিব লাগিব। প্ৰকৃত পক্ষত ইহঁত একে বস্তু, কেৱল নেজ ওলালে নেজাল তৰা বোলা হয়, নোলালে পপীয়া তৰা বোলা হয়, আৰু ফুটি জুই ওলালে জুইৰ গোলক বোলা হয়। ধূমকেতুৰ উৎপত্তি সম্বন্ধে এইটো বিবৰণ পণ্ডিতবিলাকে সম্পূৰ্ণৰূপে মানি লোৱা নাই। তেওঁলোকে কয়, যে সূৰ্য্যত আৰু পৃথিবী আদি গ্ৰহবিলাকত পৰি বছৰে বছৰে অসংখ্য নেজাল তৰা ধ্বংস হয়; নেজাল তৰা আদিৰ সৃষ্ট বস্তু হোৱা হেঁতেন, মাজে মাজে ন ন কৈ নোপজা হেঁতেন, ইমান কালে নেজাল তৰা এটাও নোহোৱা হল হেঁতেন। ধূমকেতুৰ যে লয় নাই, এনেও নহয়। এটা ধূমকেতু গুচি, এতিয়া এজাক নেজাল তৰা হৈ আছে বুলি

জনা গৈছে। যদি এটাৰ এনে অৱস্থা হব পাৰে, তেনেহলে আনবোৰবো হোৱাৰ আটক নাই। সি যি কি নহওক, ধূম-কেতুৰ ধ্বংসৰ নিৰিখ কম বুলি ধৰিলেও, নেজাল তৰাৰ ধৰিব নোৱাৰি। নেজাল তৰা অকল পৃথিবীত পৰিয়েই বছৰেকত ৪০ কোটি ধ্বংস হয়, সূৰ্য্যত আৰু আনবিলাক গ্ৰহ উপগ্ৰহত পৰি কিমান ধ্বংস হয়, তাৰ লেখ জোখ নাই। এতিয়া অনুমান কৰা, এই নিৰিখে ধ্বংস হলে, আদিৰ পৰা আজিলৈকে কিমান তৰা ধ্বংস হব পাৰে। কিন্তু ইমান ধ্বংসৰ পাচতো সিহঁতৰ সংখ্যাৰ হীন-ডেঢ়ি দেখা নাযায়। এইবোৰ আসোঁ-বাহ ধৰি বৰ্ত্তমান পণ্ডিতবিলাকে এই মতটোকো গ্ৰহণ কৰিব নোখোজে। কিন্তু তেওঁলোক ইয়াৰ এটা অংশ গ্ৰহণ কৰিছে। তেওঁলোকৰ মতেও ধূমকেতু নেজাল তৰা জ্বলন্ত বাষ্পময় পিণ্ডৰ পৰা উফৰি যোৱা বস্তু; কেবল, সিহঁত যে সৃষ্টিৰ আদিতেহে উপজিছিল, আজি কালি নোপজে, এই কথাষাৰ মাথোন তেওঁলোকে বিশ্বাস কৰা নাই। তেওঁলোকে কয়, যে ধূমকেতু, নেজাল তৰা, পপীয়া তৰা সকলো সদায় উপজিব লাগিছে, সদায় ধ্বংস হব লাগিছে। আদিৰ বাষ্প-ফুটিও ধূমকেতু, নেজাল তৰা ওলাইছিল, সঁচা সেই দৰে আজি কালিও ওলাব লাগিছে। আজিকালৰ সূৰ্য্যটো আদিৰ বাষ্পপিণ্ডৰ এটা অংশ মাথোন, আৰু সি আদিৰ পিণ্ডৰ দৰে অগ্নিময় আৰু বাষ্পময় হৈ আছে, আৰু তাত আগৰ দৰে অগ্নি ফুটনিও হব লাগিছে। তেনেহলে আজি

কালিনো তাৰ পৰা ধূমকেতু নেজাল তৰা নোলাব কিয় ? আকৌ, তৰাবিলকো সূৰ্য্যৰ নিচিনা অগ্নিময় আৰু বাষ্পময় বস্তু, এতেকে সিহঁতৰ পৰাও ধূমকেতু নেজাল তৰা মাজে সময়ে ওলাব পাৰে। মুঠতে কব লাগিলে, বিশ্বব্ৰহ্মাণ্ডৰ নানাবস্তুৰ পৰা সদায় ধূমকেতু নেজাল তৰা উপজিব লাগিছে, ধ্বংস হৈছে, কিছুমান ৰৈ গৈছে। আমাৰ পৃথিবী আৰু শনি বৃহস্পতি আদি গ্ৰহবিলাকো এসময়ত সূৰ্য্য বা তৰাৰ নিচিনা জ্বলন্ত বাষ্পময় আছিল। সেই কালত সিহঁতৰ পৰাও ধূমকেতু নেজাল তৰা ওলাইছিল। বাস্তবিক পক্ষত কেইটামান গ্ৰহৰ সুকীয়া ধূমকেতু আছে। সেই ধূমকেতুবোৰে নিজৰ গ্ৰহ কেতিয়াও এৰি নাযায়। পৃথিবী, শনি, ইউৰেণাচ, ইহঁতৰ এনেকুৱা সুকীয়া ধূমকেতু আছে। এই ধূমকেতুবোৰৰ কিছুমান তৰা ৰাজ্যৰ পৰা বা সূৰ্য্যৰ পৰা ওলোৱা বস্তু হব পাৰে, পাচত আকাশত ঘূৰি ফুৰোঁতে কিবা স্বৰূপে গ্ৰহৰ হোপনিত পৰি ৰৈ গল। কিছুমান গ্ৰহবিলাকৰ নিজ পোৱালিও হব পাৰে।

ধূমকেতু আৰু নেজাল তৰাৰ ঘূৰণৰ নিয়ম বেলেগ, গ্ৰহ বা উপগ্ৰহৰ নিয়মৰ নিচিনা নহয়। ইহঁত বাগৰ সলাই নুঘুৰে, আৰু ইহঁতৰ কক্ষও বৃত্তাকাৰ নহয়। ইহঁত আদিতে সূৰ্য্য বা কোনো বাষ্পময় বস্তুৰ পৰা উফৰি যোৱা বুলি কোৱা হৈছে। উফৰি যোৱা বস্তু দলি যোৱাদি যায়। গতিকে ইহঁতৰ গতি দলিৰ গতিৰ নিচিনা। এই নিমিত্তে ইহঁত কেনি যায়, আৰু

কলৈ যায়, তাক গণনা কৰি উলিয়াবলৈ টান। অৱশ্যে যিবোৰে গ্ৰহৰ হোপনিত পৰি এটা নিৰ্দ্দিষ্ট কক্ষ লৈছে, সিহঁতৰ কথা বেলেগ। সিহঁত ঘূৰণ সমন্ধে প্ৰায় গ্ৰহ যেন হৈছে। সিহঁতৰ গতি থিতি গণনা কৰি উলিয়াব পাৰি, পণ্ডিতবিলাকে উলিয়াইছেও। এই শ্ৰেণীৰ ধূমকেতু কেতিয়া আকৌ ওলাবহি পণ্ডিত বিলাকৰ জনা আছে। ইহঁত প্ৰথমে ওলায়েই এফালে লৰ মাৰিছিল, পাচত গ্ৰহৰ আঁজোৰত ঘূৰি পৰি ললে আজিও সিহঁত সেই গ্ৰহৰ কাণেৰে ঘূৰে। এই কথাৰ পৰা ফটফটীয়াকৈ বুজা যায়, যে এইবোৰ ধূমকেতুৰ কক্ষ একেবাৰে ঘূৰণীয়া নহয়, হাঁহকণীৰ নিচিনা দীঘল সজীয়া। ধূমকেতু এটাইবোৰেই এই দৰে গ্ৰহৰ আঁজোৰ খোৱা নাই। সিহঁতৰ কিছুমানক বাটত বাধোঁতা একো নোলাল। সিহঁত ওলাই যি লৰ মাৰিছিল, এতিয়াও সেই লৰতে চলি আছে। ইমান কালে সিহঁত কিমান বাট গৈছে, আৰু আগলৈ কিমান যাব, তাক গৰাকীয়েহে জানে, সি মানুহৰ জ্ঞান বুদ্ধিৰ বাজ।

সূৰ্য্যৰ বা গ্ৰহৰ অগ্নি ফুটনিৰ সময়ত ওলাই যোৱা বস্তুবোৰৰ ভিতৰত কোনবোৰ ধূমকেতু, আৰু কোন বোৰ নেজান তৰা হয়, তাৰ ব্যাখ্যা পোৱা নাযায়। কিন্তু প্ৰত্যেক ধূমকেতুৰ পাচত হেনো প্ৰকাণ্ড একো জাক নেজাল তৰা ফুৰে। তেনেহলে এই বিষয়ে এটা অনুমান কৰিব পাৰি। অগ্নি ফুটনিত ওলোৱা বস্তুবোৰ অৱশ্যে এটা ধাৰ ধৰি ওলায়। সেই ধাৰটোৰ মূৰৰ ভাগটো ডাঙ্গৰ। সেই মূৰৰ ভাগেই

বোধ কৰো ধুমকেতু হয়। ধাৰৰ নেজৰ ভাগ অন্নশ্চে সৰু। সেয়ে খণ্ড খণ্ড হৈ নেজাল তৰা হয়।

ধূমকেতুৰ নেজ তাৰ লগত ওপজা বস্তু নহয়। ধূমকেতু ওলাই পৰিলে, যি পিণ্ডৰ পৰা ওলায়, তাৰ আঁতৰণি ঠেলাৰ প্ৰভাৱত কেতুটোৰ আৰু কিছুমান বস্তু এৰা দিয়ে, কিন্তু কেতুৰ খোঁপনিয়ে সেই বস্তু যোৰক একেবাৰে যাবলৈ নিদি হুঁপি ধৰে। এতেকে সেই ভাগ বস্তু এটাৰ দীঘল নেজ যেন হৈ থাকে। নেজাল তৰাৰ নেজ আমাৰ বায়ুমণ্ডলতহে উৎপত্তি হয়। নেজাল তৰাবিলাক আকাশত মুকলিমূৰীয়া হৈ প্ৰাকাণ্ড জাক বান্ধি ফুৰিব লাগিছে। জাক বুলিলে দুশ চাৰিশৰ বা দুহাজাৰ চাৰি হাজাৰৰ জাক বুজিব নালাগে, একোটা জাকত অৰ্ব্বুদ অৰ্ব্বুদ তৰা থাকে। এনেকুৱা জাক-উৰি যাওঁতে, কেতিয়াবা আমাৰ পৃথিবীৰ বাটত পৰে, আৰু পৃথিবীৰে সৈতে ভেঁটাভেঁটি হয়। জাকবোৰ ইমাস যোজন জুৰি যায়, যে পৃথিবী সৰকি যোৱা বাটটো তাৰ মাজত এটি সুৰুঙ্গা যেনহে হয়। পৃথিবী সেই সুৰুঙ্গাৰে যাওঁতে, কিছু-মান তৰাই পৃথিবীক খেদি অহাদি আহে। তেতিয়া সেই কেইটা তৰাক আমি দেখিবলৈ পাওঁ; দিশ হেৰুৱাই অকল-শৰে ফুৰা, জাকৰ বাজ হোৱা, গোনা নেজাল তৰাও কেত-বিলাক আছে, সিহঁতকো পৃথিবীয়ে মাজে সময়ে লগ পায়। তৰাবিলাকৰ বৰ বেগ, এক চেকেণ্ডত প্ৰায় ৪০ মাইলকৈ যায়। সেই দেখি সিহঁত ওলায়েই বিজুলী চমকে নাইকিয়া

হয়। পপীয়া তৰাবিলাক চকুৰ পচাৰতে লুকায়। যেতিয়া এই তৰাবিলাক পৃথিবী কক্ষৰ বাজত থাকে, তেতিয়া সিহঁত মুকলি মূৰে ফুৰে, সিহঁতৰ গতিৰ বাধা জন্মাবলৈ বাটত একো নাই। কিন্তু পৃথিবীৰ ফাললৈ আহিলে, আমাক বেৰি থকা বায়ুৱে সিহঁতক আগচি ধৰে। সিহঁতে সেই বায়ু ঠেলি আহোঁতে, অনেক সময়ত চোঁ চোঁ কৰে এটা শব্দ ওলায়। কেৱল যে শব্দহে ওলায়, এনে নহয়, আসৰিশ বেগত বায়ু ঠেলি আহোঁতে, বস্তু বিজ্ঞানৰ বিধি মতে, সিহঁত অতিশয় তপত হৈ পৰে। তেতিয়া সিহঁতৰ গাৰ বাষ্পবোৰ উতলি পাতলি পাতল হয় আৰু উৱলি গাৰ পৰা খহি যাবলৈ ধৰে। এই দৰে খহি যোৱা বাষ্পবোৰ বাটে বাটে বৈ গৈ এটা ৰঙ্গা পটি হৈ পৰে। এই পটিটোকে আমি নেজাল তৰাৰ নেজ বোলোঁ। কোনটো তৰা এই দৰে বাটতে উৱলি লয় হয়, কোনোটো গোটেই উৱলিবলৈ নাপায়, এ-ডোখৰ আহি পৃথিবীত পৰে। পৃথিবীত পৰা ডোখৰ চেঁচা হৈ ডাঠ মাৰে, তেতিয়া তাক শিল যেন দেখি। এনেকুৱা শিলা তৰা ভাঙ্গি গুৰি কৰি চোৱা হৈছে। তাত যিবোৰ বস্তু ওলায়, প্ৰায় এটাইবোৰেই সূৰ্য্যত থকা বস্তু। নেজাল তৰা-বিলাক যে আদিতে সূৰ্য্যৰ পৰা বা সূৰ্য্যৰ অন্তস্থাত থকা গ্ৰহৰ পৰা ওলাইছে, তাৰ ইও এটা প্ৰমাণ। কেতবিলাক তৰা আমাৰ বায়ুমণ্ডলত সোমাই সৰহ বাট যাবলৈ নৌপাওঁতেই উৱলি বা ফাটি ধ্বংস হয়, গতিকে সিহঁতৰ নেজ ওলাবলৈ

নাপায়। এই বিলাক তৰাকেই আগত জুইৰ গোলক বোলা হৈছে।

পপীয়া তৰা আমাৰ বায়ুমণ্ডলৰ বহুত ওপৰত থাকে। তাত সিহঁতক বাধা দিবলৈ একো নাই, সেই দেখি সিহঁতৰ নেজো নাই। কিন্তু দেখিবলৈ সিহঁত দীঘল-সজীয়া. কিয় দীঘল-সজীয়া, তাৰ কাৰণ অলপ ভাবি চালেই বুজিব পাৰি। গ্ৰহবিলাক বাগৰ সলাই ঘূৰে, আমাৰ পৃথিবীও বাগৰ সলাই ঘুৰে। সেই দেখি পৃথিবী আৰু আনবোৰ গ্ৰহ ঘূৰণীয়া; আৰু মেৰুৰ ফালে অলপ থেপেৰা। কিন্তু পপীয়া তৰা দলি যোৱাৰ দৰে যায়; ঘুৰি বাগৰ নসলায়। সি এই দৰে এক দিশলৈ মূৰ পোনাই অনন্ত কাল আকাশত গৈ আছে। এনে অৱস্থাত তাৰ কোমল বাষ্পৰ শৰীৰে অলপ দীঘলীয়া গঢ় নলৈ থাকিব নোৱাৰে। আমাৰ পৃথিবী দেখিবলৈ ঠিক এটা স্থুমথিৰা টেঙ্গাৰ নিচিনা। কিন্তু বাগৰ সলাই নুঘুৰি পপীয়া তৰাৰ দৰে একেৰাহে, এফাললৈ মূৰ কৰি গৈ থকা হেঁতেন সিও পপীয়া তৰাৰ নিচিনা জাৎ-দীঘলীয়া হল হেঁতেন।

---

# কৌৰবৰ সেনাপতি বাচনি ।

মনদুঃখে ৰাজাৰ গাৱত নাহি থাৰি ।
বীৰগণ মাত্তিয়া হৈসাইলা সাৰি সাৰি ॥
দুঃশাসন দুৰ্ম্মুখ, দুস্মহ, বীৰ কৰ্ণ ।
দুৰ্দ্ধৰিষ, বৃষকেতু, বিজয় বিকৰ্ণ ॥
যুধামন্যু উত্তমোজা মাগধৰ পতি ।
জয়দ্ৰথ, ভুৰিশ্ৰৱা কৌৰৱ নৃপতি ॥
শল্য, শাল্ব, সুদক্ষিণ কাম্বোজ কলিঙ্গ ।
শ্ৰুতাযুধ শ্ৰুতসেন নৃপতি বিৰিঙ্গ ॥
বিৰোচন পুৰন্দৰ লখনা সুবৰ ।
কামৰূপাধিপ ভগদত্ত নৃপবৰ ॥
এসম্বাক মুখ্য কৰি দুৰ্য্যোধন ৰাই ।
বুলিবে লাগিলা সবাহানে মুখচাই ॥
সবেহন্তে আমাৰ বচন আকলিয়ো ।
কোন সেনাপতি ইৱা দেখায়ো বুলিয়ো ॥
গাৱে গাৱে বীৰ সবে দিলা সমিধান ।
কি কৰিব মহাৰাজা তুমি বিদ্যমান ॥
যাক যেন বুলিয়ো সাক্ষাতে কৰোঁ কাজ ।
বিমৰশি বোলে দুৰ্য্যোধন মহাৰাজ ॥
সবে বীৰগণ মধ্যে বিচাৰিয়া চাৱো ।
বীৰত অধিক বীৰ ভীষ্ম কেসে পাৱো ॥

তাহান্তে বিষম আছে মহন্তৰ মায়া।
মোতোধিক অৰ্জ্জুনত দশগুণে দায়া॥
তেহে সেনাপতি হৈলে সবাহাৰে ৰক্ষ।
যাহাৰ যুদ্ধত পশুৰামে হৈলা ভঙ্গ॥
বৈৰক আসঙ্গ দিব দায়ায়ে যুগুত।
মোৰো কাৰ্য্য হেলা নকৰিব গঙ্গাসুত॥
নায়ক বিহনে মিলে প্ৰজাৰ বিপত্তি।
এতেকেসে ভীষ্মক নকৰোঁ সেনাপতি॥
দ্ৰোণৰ সমান বীৰ নাহি একো থানে।
কুৰুকুল মধ্যে শ্ৰেষ্ঠ সৰ্ব্বলোকে জানে।
তোমাসাৰ হৰিষ তাহাক পাইসে ৰণে।
তথাপিতো অৰ্জ্জুনক দায়া কৰে দ্ৰোণে॥
সময় উপেক্ষি অৰ্জ্জুনক দিব পথ।
সকলে বিনাশ হৈব গজ বাজিৰথ॥
সি কাৰণে দ্ৰোণক নকৰো ৰণমাজে।
কৰ্ণ সমান বীৰ নাহি সমৰাজে।
যুদ্ধত, ক্ৰোধত মন্ত্ৰণাতো অগ্ৰগণি।
যাহাঁৰ বীৰত্ব-গুণে ঢাকিল ধৰণী॥
তথাপি ভৰসা নাই ভয়াতুৰ বৰ।
যুদ্ধবেলা সন্মুখত ভিড়ি দিবলৰ॥
এতেক কৰ্ণক নাহি সহায় যুগুত।
সমৰত লঘু কৰিবেক ৰাধাসুত।

মোৰ ভাই দুঃশাসন জানো ভালমতে।
যুদ্ধ দেখি ভঙ্গ দেই পলাই লগতে॥
পাছক নচাই নাই প্ৰজাৰ বিপত্তি।
দুঃশাসন বীৰক নকৰোঁ সেনাপতি॥
শকুনি মমাই সিটো সমৰে বাতুল।
কেৱলে জানয় সিটো পাশতিৰ মুল॥
আনো সৱ বীৰগণ যতেক আছয়।
সবাতো অধিক বীৰ কৃষ্ণ ধনঞ্জয়॥
অশ্বত্থামা চিৰঞ্জীৱ দ্ৰোণৰ নন্দন।
তেহেঁ সেনাপতি হোক বোলে দুৰ্য্যোধন॥

---

# অসমত মিৰজুমলাৰ আক্ৰমণ।

ভাৰতবৰ্ষৰ পুবপ্ৰান্তত থকা ক্ষুদ্ৰ স্বাধীন ৰাজ্য অসম দেশৰ ওপৰত ভাৰত বিজয়ী মুছলমান শক্তিৰ বহুত দিনৰ পৰাই দৃষ্টি পৰি আছিল। মোগল সিংহৰ আগত অসমৰ নিচিনা এখন ক্ষুদ্ৰ ৰাজ্যই স্বাধীনতা ভোগ কৰি স্বতন্ত্ৰীয়াকৈ শাসন কাৰ্য্য নিৰ্ব্বিঘ্নে কি চলাই থাকিব পাৰে? সেই দেখিয়েই এই অসম-ৰাজ্য এবাৰ নহয় দুবাৰ নহয় অঠৰ বাৰ মুছলমানে আক্ৰমণ কৰে। মিৰজুমলাই যি বেলি অসম আক্ৰমণ কৰে সেয়ে অসম বুৰঞ্জীত মুছলমানৰ একাদশ আক্ৰমণ।

তেতিয়া আহোম স্বৰ্গদেউ জয়ধ্বজ সিংহ অসমৰ ৰাজ সিংহাসনত। এই জন স্বৰ্গদেউৰ ভোগৰ কাল ন বছৰ। (১৬৫৪-১৬৬৩ খৃঃ) আহোম স্বৰ্গদেউ সকলৰ ভিতৰত জয়ধ্বজ সিংহে পোন প্ৰথমে হিন্দু ধৰ্ম্ম গ্ৰহণ কৰি হিন্দু নাম লয়। সেই সময়ত আহোমৰ ৰাজধানী বৰ্ত্তমান নাজিৰাৰ ওচৰৰ গড়-গাৱঁত আছিল। গড়গাওঁ নগৰৰ বিবৰণ চাহাবুদ্দিন নামেৰে মিৰজুমলাৰ লগত অহা এজন মুছলমান কাকতীয়ে "ফতিয়াহ ইব্ৰিয়াহ" নামে এখন কিতাপত লিখি গৈছে। সেই বিবৰণ পঢ়িলে এনে কোনো মনুষ্য নাই যি এই দেশৰ গৌৰবত গৌৰবান্বিত বোধ নকৰে? (২) দিল্লীত মোগল পাটছাহ আৰুঙ্গজেব তেতিয়া সম্ৰাট। তেওঁৰ সেনাপতি মিৰজুমলা

বঙ্গদেশৰ শাসন কৰ্ত্তা। মিৰজুমলাৰ ৰাজধানী ঢাকা নগৰা। ১৬৬২ খৃষ্টাব্দৰ ৪ জানুৱাৰীত মিৰজুমলাই ৩০০০০ পদাতি আৰু ১২০০০ অশ্বাৰোহী সৈন্য লৈ ব্ৰহ্মপুত্ৰেৰে উজাই অসম দেশ আক্ৰমণ কৰিবলৈ আহে। তেওঁ সৈন্যবোৰ দুভাগে ভগাই এজোৰা দক্ষিণ পাৰে পঠিয়াই দিলে। আৰু উত্তৰ পাৰে এজোৰা নিজে লগত লৈ আগুৱাৰ ধৰিলে। ব্ৰহ্মপুত্ৰেদি হিলৈ আদি যুদ্ধৰ সৰঞ্জাম থকা কেইবাখনো নাও উজাই আহিল। মিৰজুমলাই পোনতে গোৱালপাৰা জিলাত যুগী ঘোপাৰ দূৰ্গ পালে।

ই এটা ডাঙৰ দূৰ্গ। এই দূৰ্গৰ কাষত শত্ৰুপক্ষই বহুত বোৰ খাল খানি বাঁহৰ জোঙ্গ পুতি থৈছিল যাতে ঘোৰা চোৰাঁৰিৰ ঘোৰাবোৰ পৰি নাশ পায়। খালবোৰৰ পৰা অলপ আঁতৰত ডাঙৰ খাৱৈ খানি থৈছিল আৰু দূৰ্গৰ নিচেই ওচৰতেই ৬ হাত দৰ খাৱৈ খনা আছিল। এই খাৱৈবোৰত বাহঁৰ জোঙ্গ পুতি থোৱা আছিল। দূৰ্গ ঘাইকৈ মাটিৰে সজোৱা হৈছিল। সেই সময়ত আহোমবিলাকৰ দূৰ্গ সাধা-ৰণতঃ এই ধৰণেৰে কৰা হৈছিল। যুগী ঘোপাৰ দূৰ্গ আক্ৰমণ কৰি শ্ৰীঘাট বা পাণ্ডুঘাট পালেহি। পাণ্ডুঘাটত যি আহোমৰ দূৰ্গ আছিল, তাকো মুছলমানে অধিকাৰ কৰিলে। সি ফালে কোচৰাজে আহি গুৱাহাটীত বশ্যতা স্বীকাৰ কৰিলে। বেলতলাৰ দূৰ্গতো মিৰজুমলাই বিশেষ একো বাধা নাপালে। ডিমৰিয়া ৰজাই মিৰজুমলাৰ কৰতলীয়া হবলৈ

সম্মতি জনালে। কাজলি মুখৰ দূৰ্গত যদিও আহোমৰ লগত যুজ হল তথাপি মিৰজুমলাৰ জয় হল। নগাঁৱৰ কলিয়াবৰত আহোম আৰু মিৰজুমলাৰ সৈন্যৰ তুমুল যুদ্ধ লাগিল। এই যুদ্ধ ঘাইকৈ পানী যুদ্ধহে আছিল। আহোমবিলাকৰ যুদ্ধ কৰা একো এখোখন নাৱত ৭০।৮০ জন মানুহ আছিল। আহোমৰ বহুত নাওঁ ৰণত পৰিল। মিৰজুমলাই সিবিলাকৰ নাওঁ মানুহ হিলৈ বহুত আটক কৰিলে। শিমলুগুৰিৰ দূৰ্গতো মিৰজুমলাৰ জয় হল। এনেকৈ চাৰিউফালৰ পৰা জয় লাভ কৰি উজাই গৈ আহোম ৰাজধানী গড়গাৱঁত সোমাল।

আহোম সকলে গড়গাওঁ নগৰ কোনো মতে ৰক্ষা কৰিব নোৱাৰিলে। মিৰজুমলাই অবাধে ৰাজধানী ললে। গড়-গাওঁত মিৰজুমলাই তেতিয়া ৮২টা হাতী আৰু ৰাজ ভৰাঁলত ৩ লাখ টকাৰ মূল্যৰ সোন ৰূপ পালে। প্ৰত্যেক ভৰাঁলতে প্ৰায় ১০ হাজাৰ মোনলৈকে ধান চাউল আছিল। মিৰজুমলাই গড়গাঁওত কিছুকাল থাকিবলৈ মনস্থ কৰিলে। এনেকৈ থাকোঁতে বাৰিষা কাল উপস্থিত হল। নৈ, খাল, বিল পানীৰে উপচি পৰিল। চাৰিউপিনে বাণ পানীত ঠাইবোৰ ডুবিব ধৰিলে। মিৰজুমলাৰ সৈন্যৰ মাজতো জহনী গ্ৰহনী আদি ব্যাপক ৰোগ বিয়পি পৰিল। এই ছেগতে আহোম স্বৰ্গদেৱে গড়গাওঁত মুছলমানক কেইবা বাৰো আক্ৰমণ কৰিলে। আহোম বিলাকে মুছলমান চাউনিত জুই লগাইয়ো দিছিল। মুছলমান সৈন্যৰ মাজত ৰছদৰ নাটনি পৰিল। লোণৰ দাম সেৰত, ১২

আফিঙৰ দাম ৬৲ টকা হল, মাখনৰ দাম সেৰত ১৪৲ টকা হল। চাউল বুলিবলৈও মঠা চাউলহে পোৱা হল। এনেকৈ মুছলমান সৈন্যই চাৰিউফালৰ পৰা দুখ দুৰ্গতি ভোগ কৰি শেহত আহোম স্বৰ্গদেৱে সৈতে মিত্ৰতা কৰিবলৈ বাধ্য হল। ১৬৬৩ খৃষ্টাব্দত তলত দিয়া চুক্তিমতে মুছলানৰ লগত সন্ধি স্থাপন হল।

১০০ বন্দি, ১০০ বেটী ৩০ হাতী ২০ হাজাৰ সোণ তাৰ ৬ গুণ ৰূপ, ৬ জন বিষয়াৰ লৰা এই বিলাক যৌতুক দি ৰমণী গাভৰুক সালঙ্কৃতা কৰি বিয়া দিবলৈ আৰু বছৰি ২০ হাতী আৰু পেচকচৰ বাবে ৩ লাখ টকা আৰু ৯০ টা হাতী চৈ সোধাবলৈ ৰজাই গাত ললে।

মিৰজুমলাই এই দৰে সন্ধি স্থাপন কৰি বঙ্গদেশলৈ সসৈন্যে উলটি আহিল। আহোঁতে বাটত তেওঁৰ বহুত মানুহ হানি হল। তেওঁৰো বৰ টান নৰীয়া হল। এই নৰীয়াতে ঢাকা নগৰ নৌপাওঁতেই নাৱঁতে মিৰজুমলাৰ মৃত্যু হল। অসম দেশ মিৰজুমলাই আক্ৰমণ কৰাৰ লগে লগে আমাৰ দেশৰ বহুত ভিতৰুৱা অৱস্থাৰ কথা আমি গম ধৰিব পাৰো। আহোম বিলাকে কেনেকৈ দূৰ্গ পাতি শত্ৰুক বাধা দিবলৈ যত্ন কৰিছিল, আৰু কেনেকৈ আহোম সৈন্যই পানীয়ে বামে যুজ কৰিছিল তাক আমি জানিব পাৰো। বিদেশী লিখকে লিখি থোৱা গড়গাওঁ ৰাজধানীৰ বিবৰণৰ সন্তেদ পাওঁ। লগতে ইয়াকো জানো যে অসম দেশত ইটা চুণ চুৰ্কিৰে সৰ্ব্বসাধাৰণৰ ঘৰ দুৱাৰ সজোৱা নহৈছিল। কাৰণ এই দেশত সঘনে ভূমিকম্প

হৈ থাকে। তাঙৰ বিষয়াৰ ঘৰবিলাকো খেৰ বাহঁ আৰু কাঠেৰে সজোৱা আছিল। এই সময়ত ৰাজ ভৰাঁলত বহুত ধন সোণ আছিল। মানুহ বোৰে বহুত শস্য উৎপন্ন কৰিছিল ইত্যাদি। মিৰজুমলাৰ আক্ৰমণ ১৬৬২ খৃষ্টাব্দত আৰম্ভ আৰু ১৬৬৩ খৃষ্টাব্দত শেষ হয়।



## জ্ঞান ।

হৃদয় তন্ত্ৰীত নানান ভাবেৰে
বিহৰিছ দিন ৰাতি ;
তোৰ অবিহনে মানব জাতিৰ
নেথাকে গৌৰব ভাতি ।
তয়ে মথোঁ ৰত্ন মানবী কায়াত
সকলো কাজৰে মূল ;
তোৰ শকতিৰে তয়ে অবিশ্বাস
হৰিছ সকলো ভুল ।
তয়ে মাথো এক তোৰ বলতেই
যশ মান লভে নৰে ;
তয়েই শিক্ষক তোৰ বুজনিতে
শোক তাপ পৰিহৰে ।
তয়ে মাথো বল তয়েই উৎসাহ
দয়ামায়া হৃদয়ত ;
তয়ে মাথো গুৰু তোৰ উপদেশে
পাপক ৰাখে দূৰত ।
মহতী শকতি মানব ৰাজ্যত
ভোগ কৰি আছ তই ;
সুখে দুখে সদা সকলো সময়
থাক যেন লগ হই ।

## মৌ-মাখি ।

ই এটা স্বভাৱৰ আচৰিত সৃষ্টি। মৌ-মাখিৰ জিভা তাৰ অতি লাগতিয়াল অঙ্গ। তাৰ দ্বাৰা সি ফুলৰপৰা মৌ উলিয়ায়। সেই জিভা আন মাখিৰ জিভাৰ দৰে ফোঁপোলা বা চুঙ্গাৰ নিচিনা নহয়, সি গোটা; এতেকে মৌ-গুটিয়ে মৌ চুহি নুলিয়ায়, কিন্তু চেলেকি চুঁচি নিয়ে। তাৰো দাঁত আছে, তাৰ দ্বাৰা সি ফুলৰপৰা মম গোটাই তাৰ পাচ-ঠেঙ্গৰ তপিনাত থকা খোৰোঙ্গত সুমাই থয়। পাচে তাৰ শক্তিৰ জোখায় মৌ আৰু মম গোট খালে সি বাঁহলৈ উলটি যায়; মৌ-গুটিৰ পেটটো ছটা আঙ্গঠি বা চক্রেৰে নির্ম্মিত; সি সেই আঙ্গঠি-বিলাকৰ এটাৰ তলত আনটো সুমাই গাটো চুটি কৰিব পাৰে। তাৰ পেটৰ ভিতৰত নাড়ী ভুৰুত বাজে মৌৰ জোলোঙ্গা, বিষৰ জোলোঙ্গা আৰু শুং থাকে। মৌৰ জোলোঙ্গাটো ফটিকৰ দৰে ফট্‌ফটীয়া; তাতে মৌ-গুটিয়ে ফুলৰপৰা অনা মৌ থয়। তাৰ কিছুমান সি ৰহঘৰাত ঢালি দিয়ে, অবশিষ্ট ভাগ তাৰ আহাৰ হয়। বিষৰ জোলোঙ্গাত বিষ থাকে। মৌ-গুটিৰ শুং দুডাল, সিহঁত এটা জোঙ্গামুখযুক্ত ফাঁকৰ ভিতৰত থাকে। দুয়োটা শুঙ্গৰ মুখ বৰশীৰ শুঙ্গৰ দৰে চোকা আৰু ওভোতা। ফাঁকৰ আগটোৱে প্রথমতে ফুটা কৰে, সেই ফুটাত শুং দুটা সোমায়, তাৰ পাচত মৌ-গুটীয়ে বিষৰ জোল ঢালি দিয়ে। এই

কাৰণেই তাৰ পীড়া অসহ্য হয়। কেতিয়াবা শুং দুডাল সেই ক্ষটাতে লাগি ৰয়, তেতিয়া তাৰ বেদনা বৰ প্ৰবল হয়, আৰু মৌ-গুটিৰো প্ৰাণ যায়। এই শুং নথকা হলে মৌ-মাখিৰ নিজ পৰিশ্ৰমৰ ফল ৰক্ষণ আৰু উপভোগ দুষ্কৰ হলহেঁতেন।

এই ক্ষুদ্ৰ প্ৰাণীবিলাক কিছুমান নিৰূপিত নিয়মৰ অধীন মাথোন, এনে নহয়, সিহঁত উদ্যোগী, পৰিশ্ৰমী, সৱধান আৰু স্বাৰ্থপৰতা-শূন্য। সিহঁতৰ প্ৰত্যেকে যি বস্তু গোটায়, তাক সকলোৰে আহাৰৰ নিমিত্তে সাঁচি থোৱা হয়; আৰু সিহঁতৰ বাঁহত যি শিল্প-কৌশল দেখা যায়, তাৰ দ্বাৰায় সিহঁতে সিহঁতৰ সন্তানবিলাকৰ উপকাৰৰ চেষ্টা মাথোন কৰে। মৌ-গুটি বিলাকে ফুলৰপৰা যি মম আনে, তাক গিলি জীৰ্ণ কৰে; পাচে পেটৰ পৰা উলিয়াই তাৰ দ্বাৰা বাঁহ সাজে। কাম কৰিবলৈ আৰম্ভ কৰোঁতেই সিহঁত চাৰি জাক হয়। এজাকে বাঁহৰ নিমিত্তে হজ-গড় বিচাৰি ফুৰে, আন এজাকে বাঁহৰ তলভাগ আৰু খোঁটালী বিলাক সাজে, তৃতীয় জাকে সেইবোৰৰ ভিতৰ ফাল পৰিষ্কাৰ আৰু মিহি কৰে; আৰু চতুৰ্থ জাকে কাম-কৰোঁতাবিলাকৈ আহাৰ বিচাৰি আনে। এই সময়ত মৌ-গুটিবিলাকে সিহঁতৰ কাম প্ৰায়ে সলায়, অৰ্থাৎ যিবিলাকে ঘৰত কাম কৰে, সেইবিলাক বাহিৰলৈ যায়, আৰু আহাৰাদি বিচাৰি ফুৰোঁতাবিলাক ঘৰৰ কামত নিযুক্ত হয়। ইঙ্গিতৰ দ্বাৰা এটা মৌ-গুটিৰ মনৰ ভাৱ আনটোৱে বুজে; কোনো এটাৰ ভোক লাগিলে যাৰপৰা সি আহাৰ পাব পাৰে, তাৰ ফাললৈ জিভা

মেলে, তাতে সিটোৱে তাৰ মৌ-জোলোঙাৰপৰা টোপাচাৰেক মৌ তাৰ মুখত পেলাই দিয়ে, তাৰেই তাৰ ভোক গুচে। সিহঁতে ইমান পৰিশ্ৰম কৰে যে, একে দিনৰ ভিতৰতে তিনি হেজাৰমান খোঁটালীথকা বাহ এটা সাজি এ'টায়। খোঁটালী-বিলাক ছ চুকীয়া, গাত-গা-লগা, আৰু আটাইবোৰ ঠিক একে সমান। মৌ-গুটিবিলাকক, বাঁহত কাম কৰি থাকোঁতে, পোনেই দেখিলে আটাইবোৰে ওপৰাউপৰি হৈ হুলুস্থুল কৰি থকা যেন হে বোধ হয়। কিন্তু ভালকৈ গমি চালে দেখা যায় যে, প্ৰত্যেক মাখি এটা নিৰ্দ্দিষ্ট কামত নিযুক্ত আছে, আৰু বৰ পৰিশ্ৰমেৰে সেই কাম কৰিব লাগিছে।

সিহঁতে পোৱালিৰ কোঁঠালীবিলাক বৰ সাৱধানে সাজে। বাঁহত যে তায়ে সকলোবিলাক মৌ-গুটিৰ গৰাকিনী কিছুমান নিষ্কৰ্ম্মা মৌ-গুটি থাকে, সিহঁত মতা আৰু সিহঁতৰ পৰাই মৌ-কুৱঁৰীয়ে অৰ্থাৎ বাহত থকা মাইকী মৌ-গুটি জনীয়ে পোৱালী জন্মায়। সিহঁতৰ কোঁঠালীবিলাক আনবিলাকতকৈ বহল; কিন্তু পোৱালিবিলাক জন্মিলেই সিহঁতক বাহৰপৰা খেদাই দিয়া বা মাৰি পেলোৱা যায়। তাইৰ ঘৰটো সকলোতকৈ ডাঙৰ।

# শ্ৰীশঙ্কৰদেৱ।

প্ৰায় ১২ বাৰ শতাব্দীৰ আগ ভাগত পুৰণি অসমৰ অন্তৰ্গত কমতা পুৰত দুৰ্ল্লভ নাৰায়ণ নামে এজন ৰজাই ৰাজত্ব কৰিছিল। সেই সময়ত বঙ্গ দেশত গৌড়ৰ অধিপতি ধৰ্ম্ম-নাৰায়ণ ৰজা আছিল। পিছে কোনো কথাৰ কাৰণে উভয় ৰজাৰ মাজত এখন যুদ্ধ হয়। যুদ্ধ সন্ধিৰে মীমাংসা হোৱাত গৌড়েশ্বৰে অসম ৰজাক সাত জন ব্ৰাহ্মণ আৰু সাত জন কায়স্থ লোক উপহাৰ দিয়ে।* সেই কায়স্থ কেইজনৰ মাজত চণ্ডীবৰ শ্ৰীশঙ্কৰদেৱৰ আদি পুৰুষ আছিল। ৰজাই তেওঁলোকক ভূমি বৃত্তি দান দিয়ে। কিন্তু কিছু দিনৰ মূৰত চণ্ডীবৰ নিজ ঠাইলৈ পলাই যায়। এই কথাত দুৰ্ল্লভ নাৰায়ণ ৰজাই বেজাৰ পাই তেওঁক ধৰাই আনি বন্দী শালত থয়। সেই সময়ত ৰজাৰ সভালৈ নানা ঠাইৰ পৰা পণ্ডিত সকল আহি অনেক বিষয় লৈ আলোচনা কৰিছিল। এদিন এজন বিদেশী পণ্ডিতৰ লগত তৰ্ক কৰিবলৈ ৰাজ সভাত ভাল পণ্ডিত নথকাত ৰজাই চণ্ডীবৰক মুক্ত কৰি সেই পণ্ডিত জনৰ লগত তৰ্ক কৰিবলৈ লগাই দিয়ে। চণ্ডীবৰে বিদেশী পণ্ডিত জনক তৰ্কত পৰাস্ত কৰা দেখি ৰজাই

---

* কোনো কোনো চৰিতত আহিন মাহত জন্ম হোৱা বুলিও পোৱা যায়।

মনত সন্তোষ পাই তেওঁক 'শিৰোমণি ভূঞা' উপাধি দিয়ে। তেতিয়াৰে পৰা তেওঁৰ বংশ 'ভূঞা' বুলি প্ৰখ্যাত হ'ল। চণ্ডীবৰৰ পুত্ৰ ৰাজধৰ, ৰাজধৰৰ পুত্ৰ সূৰ্য্যবৰ, সূৰ্য্যবৰৰ পুত্ৰ কুসুম্বৰ, আৰু কুসুম্বৰৰ পুত্ৰ শ্ৰীশঙ্কৰদেৱ।

কমতাপুৰৰ ৰজাই ভূমি বৃত্তি দান কৰাত চণ্ডীবৰ শিৰোমণি ভূঞাই লেঙা মাগুৰি গাওঁত বাস কৰেহি। পিছে তেওঁসপৰিবাৰে উঠাই আহি বৰ্ত্তমান নগাওঁ জিলাৰ অন্তৰ্গত বটদ্ৰৱা (বৰদোৱা) নামে ঠাইত বাস কৰে। এই ঠাইৰ ওচৰত থকা আলি পুখুৰীত মহাপুৰুষ শ্ৰীশঙ্কৰ দেৱে (তেৰশ একসত্তৰ) ১৩৭১ শকৰ কাতি মাহৰ * অমাৱস্যা তিথিত জন্ম গ্ৰহণ কৰে। এওঁ ভূঞা বংশৰ কায়স্থ সন্তান। এওঁৰ নিচেই কোমল বয়সেতে পিতৃ-মাতৃ বিয়োগ হয়। গতিকে এওঁ পিতামহী খেৰসুতী আইৰ লগত থাকি ডাঙৰ দীঘল হয়। এওঁৰ শৰীৰ শকত আৰু আজানুলম্বিত বাহু আছিল। এওঁ সৰুৰে পৰা প্ৰতিভাশালী আৰু বাহুবলী আছিল। গাত যেনে বল আছিল মনো তেনে বলী আছিল। সৰুৰে পৰা ধৰ্ম্মত প্ৰগাঢ় মতি আছিল। লৰাকালত প্ৰায় ১২ বাৰ বছৰ বয়সলৈ উমলি কাল কটাইছিল। পিছে এদিন বুঢ়ী মাকৰ বুজনি পাই মহেন্দ্ৰ কন্দলিৰ ওচৰত একান্ত মনে বিদ্যা শিকিব ধৰিলে। পঢ়া সময়ত সকলো লগৰীয়া লৰাক চেৰ পেলাই এওঁ প্ৰথম স্থান অধিকাৰ কৰিছিল। এওঁৰ সজগুণ দেখি লগৰীয়া সকলে ভাল পাইছিল। এদিন পঢ়াশালী ছুটি হোৱাত শ্ৰীশঙ্কৰে

ভুপৰীয়া পঢ়াশালীতে শুই থাকিল। শুই থাকোঁতে তেওঁৰ শৰীৰত ৰ'দ লগা দেখি এটি সৰ্পই ফণাৰে শৰীৰত ছাঁ দি আছিল। কন্দলিয়ে কিবা কাৰণত বাহিৰলৈ আহোঁতে শ্ৰীশঙ্কৰৰ মূৰৰ ওপৰত সৰ্প দেখি আচৰিত মানিলে। সৰ্পটো কন্দলিক দেখা পাই অঁতৰ হ'ল। সেই দিনাৰ পৰা কন্দলিয়ে আন আন শিষ্য বিলাকক কলে "তোমালোকে শঙ্কৰক মান কৰিবা এওঁ এজন সাধুপুৰুষ।" পঢ়া অৱস্থাত শঙ্কৰৰ বুদ্ধিৰ প্ৰখৰতা দেখি কন্দলিয়ে বিস্ময় মানিছিল। ক' ফলা পঢ়িয়েই এওঁ এটি কবিতা লেখি কন্দলিৰ মনত বৰ সন্তোষ দিছিল। বালকৰ ৰচিত কবিতাটীৰ লালিত্য আৰু ভাৱ কেনে মধুৰ দেখুৱাবৰ নিমিত্তে কবিতাটী তলত তুলি দিলোঁ ঃ—

"কৰতল কমল কমল দল নয়ন।
ভবদব দহন গহন বন শয়ন ॥
নপৰ নপৰ পৰ সতৰত গময়।
সভয় মভয় ভয় মমহৰ সততয় ॥
খৰতৰ বৰশৰ হত দশ বদন।
খগচৰ নগধৰ ফণধৰ শয়ন ॥
জগ দঘ মপ হৰ ভবভয় তৰণ।
পৰপদ লয় কৰ কমলজ নয়ন ॥"

শ্ৰীশঙ্কৰদেৱ শাৰীৰিক বলত এজনা অসাধাৰণ পুৰুষ আছিল। যৌৱন কালত এটা খেদি অহা ষাঁড়ৰ শিঙত ধৰি লুটীয়াই পেলাইছিল। ভাদ মহীয়া ভৰপূৰ ব্ৰহ্মপুত্ৰ নৈ

সাঁতুৰি ইপাৰ সিপাৰ হৈছিল। লগৰীয়াবিলাকৰ কোনোৱে তেওঁক বলে নোৱাৰিছিল। এদিন তেওঁ লগৰীয়া বিলাকৰ লগত ব্ৰহ্মপুত্ৰ নৈলৈ গা ধুব গৈছিল; পিছে লৰা বিলাকৰ অনুৰোধত নৈত এপৰ বেলি বুৰ দি থাকি পানীৰ তলৰ পৰা এটা শিহু ধৰি আনিছিল আৰু সকলোকে দেখুৱাই শিহুটো পানীত আকৌ এৰি দিলে এই দৰে তেওঁ বাল্য কালত বহুত ক্ৰীড়া কৰিছিল। কিন্তু তেওঁৰ ধৰ্ম্মভাৱ শাৰীৰিক বলতকৈ প্ৰৱল আছিল।

শ্ৰীশঙ্কৰদেৱে অসমত মহাপুৰুষীয়া ধৰ্ম্ম প্ৰচাৰ কৰে। শ্ৰীমাধৱদেৱ তেওঁৰ প্ৰিয় শিষ্য হয়।

শ্ৰীমন্তশঙ্কৰে মাধৱক শিষ্য লাভ কৰি বৰ সন্তোষ পাই এই দৰে মাধৱক কলে 'বঢ়াৰ পো' তোমাক শিষ্য পাই আমি পৰম সুখ পালোঁ, তুমি আজিৰ পৰা আমাৰ চিৰলগৰীয়া হ'লো।" শৰণ কালৰ পৰা মাধৱদেৱে নিৰ্ম্মল ভাগৱতী ধৰ্ম্মৰ উন্নতি, প্ৰচাৰ আৰু শ্ৰীবৃদ্ধিৰ অৰ্থে প্ৰাণ উছৰ্গা কৰিবলৈ প্ৰতিজ্ঞা কৰিলে, আৰু শ্ৰীশঙ্কৰক সকলো প্ৰকাৰে সহায় কৰিব ধৰিলে।

শ্ৰীশঙ্কৰদেৱ উজনিৰ পৰা মাধৱ দেৱৰে সৈতে কোচবিহাৰ ৰজাৰ ৰাজ্য কামৰূপলৈ আহে। ইয়াতো তেওঁ বৈষ্ণৱ ধৰ্ম্ম বিলাই মানুহৰ মনত সন্তোষ দিব ধৰিলে। নৰনাৰায়ণ ৰজাই শ্ৰীশঙ্কৰক তেওঁৰ সভালৈ মাতি পাঠিয়ায। পিছে মহাপুৰুষৰ গুণ দেখি যুৱৰাজ শুক্লধ্বজ শ্ৰীশঙ্কৰৰ প্ৰধান সহায় হয়।

নাৰায়ণ ৰজাই শ্ৰীশঙ্কৰক ৰাজসভালৈ আকৌ এবেলি মাতি পঠিয়ায় । শ্ৰীশঙ্কৰে ৰজাৰ গুণ বৰ্ণাই আৰু ঈশ্বৰৰ গৌৰৱ বৰ্ণাই এটী ভটীমা আৰু এটী তোটয় ৰচনা কৰি ৰজাৰ আগত গাব ধৰিলে । তোটয়টী তলত দিয়া হ'ল :—

মধু দানৱ দাৰণ দেৱ বৰং,
বৰ বাৰিজ লোচন চক্ৰধৰং,
ধৰণীধৰ ধাৰণ ধ্যেয় পৰং,
পৰমাৰ্থ বিদ্যাশুভ নাশ কৰং
কৰ চূৰ্ণিত ছেদীপ ভূৰিভগং,
ভগ ভূষণ কোঽৰ্চ্চিত পদ যুগং,
যুগ নায়ক নাগৰ বেশ ৰুচিং,
ৰুচিৰাংশু পিধান শৰীৰ শুচিং,
শুচি চামৰ ৱায়ু নিসেব্য তনুং,
তনু মধ্যগ দেহ সুবেশ হনুং ।
* * * ইত্যাদি—

ইয়াৰ পিছত শ্ৰীশঙ্কৰদেৱে আৰু এটি ভটিমা গালে :—

"জয় জয় মল্ল নৃপতি ৰসবান ।
যা কেৰি গুণগণ নাহিকে সমান ॥"
ইত্যাদি ।

ৰজাই সেই ভটিমা আৰু তোটয় শুনি শ্ৰীশঙ্কৰক মহাপুৰুষ বুলি জানি বহিবলৈ আসন পৰাই দি মান সৎকাৰ কৰিলে । এনে কি ৰজাই তেওঁৰ শিষ্য হবলৈকো মন কৰিলে । কিন্তু

শ্ৰীশঙ্কৰে ৰজাৰ গুৰু নহওঁ বুলি অঙ্গীকাৰ কৰিছিল। তেওঁ ৰজাক কলে "মহাৰাজ, ৰজাই কোনো কৰ্ম্মতে ঠিক থাকিব নোৱাৰে, ৰাজ্যৰ মঙ্গলৰ অৰ্থে বহু ধৰ্ম্ম অৱলম্বন কৰিব লগাত পৰে। আমাৰ ধৰ্ম্মৰ ব্যভিচাৰ ঘটিলে শান্তি লোপ পাব। সেই কাৰণে আমি ৰজাৰ গুৰু হবলৈ অমান্তি" ৰজাই শ্ৰীশঙ্কৰৰ পৰা এই বুজনি পাই তেওঁৰ ওপৰত খং কৰা দূৰত থাওক বৰং আগতকৈ বেচি শ্ৰদ্ধা হে কৰিব ধৰিলে।

ৰজাই শ্ৰীশঙ্কৰদেৱক পাটবাউসী অঞ্চলত ৰাজকাৰ্য্য চৰ্চ্চাৰ ভাৰ দিছিল। ৰাজকাৰ্য্যত থকাৰ কাৰণে ধৰ্ম্ম বিষয়ত ভালকৈ মন দিব নোৱাৰাত তেওঁ ছকুৰি হাত দীঘল এখন বাছকবনীয়া বৃন্দাৱনী কাপোৰ তাম্তিকুছিত (বৰ্ত্তমান বৰপেটাত) বোৱায় ৰজাক এই কাপোৰ খন উপঢৌকন দি ৰাজকাৰ্য্যৰ পৰা অৱসৰ লয়। এই কাপোৰৰ দীঘ পৰিমাণে বৰপেটাৰ কীৰ্ত্তন ঘৰ আজিলৈকে বিদ্যমান আছে।

শ্ৰীশঙ্কৰদেৱে তেওঁৰ জীৱনত বহুত তীৰ্থ ভ্ৰমণ কৰে আৰু জগন্নাথ ক্ষেত্ৰলৈ কেইবা বাৰো যায়। তেওঁ বাৰাণসী, প্ৰয়াগ মথুৰা, বৃন্দাৱন, কুৰুক্ষেত্ৰ, বদৰিকাশ্ৰম আদি তীৰ্থস্থানবিলাক দৰ্শন কৰিছিল। তীৰ্থ ভ্ৰমণৰ পৰা আহোঁতে তেওঁ অনেক ঠাইত ধৰ্ম্ম প্ৰচাৰ কৰি আহে। মধুপুৰ, ভেলা, কোচবিহাৰ, ৰামৰায়কুঠি আদি ঠাইত ধৰ্ম্ম প্ৰচাৰ কৰে।

বন্ধুবান্ধৱ আৰু ভকত সকলে এদিন শ্ৰীশঙ্কৰদেৱক আমোদ-জনক উৎসৱ কৰি দেখুৱাবলৈ প্ৰাৰ্থনা কৰে। তেওঁলোকৰ

মনোবাঞ্ছা পূৰ্ণ কৰিবলৈ তেওঁ ফাগুন মাহৰ পূৰ্ণিমা তিথিত বৃন্দাৱনী গোপালৰ দৌলোৎসৱ কৰি দেখুৱালে। তেতিয়াৰে পৰা অসমত ফাকুৱা উৎসৱ প্ৰচলিত হয়। আকৌ এদিন চিহ্ন যাত্ৰা ভাৱনা কৰি জাতিসকলক মোহিত কৰিছিল। শ্ৰীশঙ্কৰে খোল তাল আদি বাদ্য আৰু নটুৱা পাতি, গায়ন বায়ন সূত্ৰধাৰ সমন্বিতে এই চিহ্নযাত্ৰা কৰিছিল। ইয়াৰ আগেয়ে অসমত ভাৱনা, খোল, তাল আদি নাছিল। শ্ৰীশঙ্কৰদেৱে প্ৰথমে অসমত ভাৱনা আৰু বাদ্যৰ সৃষ্টি কৰে। এই দৰে শ্ৰীশঙ্কৰদেৱে অসমৰ ধৰ্ম্মসংস্কাৰ আৰু সমাজ সংস্কাৰ কৰি কোচবিহাৰৰ অন্তৰ্গত কাকতকুটা নামে ঠাইত ১৪৯০ চৈধ্য শ নবৈ শক ভাদ মাহৰ শুক্লা দ্বিতীয়া তিথিত বৈকুণ্ঠগামী হয়।

শ্ৰীশঙ্কৰদেৱ মানৱলীলা সম্বৰণ কৰিবৰ সময়ত নিজৰ সন্তান সন্ততি বিলাকৰ ভিতৰ কোনো এজনকো ধৰ্ম্মোপদেষ্টা হবৰ উপযুক্ত নেদেখি তেওঁৰ ধৰ্ম্মমালা তেওঁৰ প্ৰধান শিষ্য শ্ৰীমাধৱ-দেৱৰ মূৰত দি যায়। তেওঁৰ তিনিজন পুত্ৰ, ৰমানন্দ, হৰিচৰণ আৰু কমললোচন। কমললোচন তেওঁৰ জীৱন কালতে পৰ-লোক প্ৰাপ্ত হয়। ৰমানন্দই মাধৱদেৱৰ সহায়ত পিতৃদেৱৰ শ্ৰাদ্ধাদি কাৰ্য্য সমাপন কৰে।

শ্ৰীশঙ্কৰদেৱৰ ধৰ্ম্ম মহাপুৰুষীয়া বুলি প্ৰখ্যাত। তেওঁৰ ধৰ্ম্মৰ চিনাকি এতিয়াও অসমীয়াৰ ঘৰে ঘৰে "কীৰ্ত্তন ঘোষাই" দিব লাগিছে। জগতত পবিত্ৰ বৈষ্ণৱধৰ্ম্ম প্ৰচাৰ কৰাই তেওঁৰ জীৱনৰ মহাব্ৰত আছিল।

শ্ৰীশঙ্কৰদেৱৰ নাম লৈ তাপিত জনে সন্তোষ লাভ কৰে। তেওঁৰ নিৰ্ম্মল চৰিত্ৰ আৰু মাহাত্ম্যৰ জ্যোতিয়ে জ্ঞানী, অজ্ঞানী সভ্য, অসভ্য, ধনী, মানী, দুখী, দৰিদ্ৰ, সকলোৰে হিয়াত এনেদৰে পৱিত্ৰ সাঁচ বহুৱালে যে, আজিও ধৰ্ম্মপ্ৰাণ সাধুলোক সকলে তেওঁৰ নামত অনুপম শান্তি লাভ কৰে। শ্ৰীশঙ্কৰেদেৱে অসমীয়া সাহিত্যত অনেক পুথি ৰচনা কৰি গল। তেওঁ লিখা পুথি বোৰ অসমীয়া সাহিত্যৰ অমূল্য সম্পতি।



## দয়া।

মিলন গাঠনি তুমি শান্তিৰ নিজৰা
চেনেহ প্ৰতিমা সংসাৰৰ,
জ্বলন্ত অগ্নিক তুমি নুমোৱা বেগতে
এই মহা ভীষণ ক্ষেত্ৰৰ।
গোটেই জগত জুৰি তুমিয়ে ধৰণী
তোমাতেই সকলোৰে আশ
আজি এৰি গলে তুমি তপত বালিত
দেই পুৰি হব সৰ্ব্বনাশ।

---

# আহোম স্বৰ্গদেৱৰ অভিষেক।

আহোম স্বৰ্গদেৱ সকল পাটত বহি শিঙৰী ঘৰত নুঠেমানে ৰজাৰ পূৰ্ণ অভিষেক নহৈছিল। শিঙৰী ঘৰত উঠা অভিষেক কাৰ্য্যত আহোম আৰু বৈদিক দুইৰো কৰ্ম্ম মিহলি। চড়াই দেও পৰ্ব্বতৰ ওচৰত বা নগৰৰ ওচৰৰ কোনো বহল ঠাইত স্বৰ্গদেৱৰ বাহৰ হয়। তাতে শিঙৰী কাঠৰ তিনটা ওখ চাঙঘৰ কৰা হয়। নানা তীৰ্থৰ জল আৰু হিন্দু আৰু আহোম মতৰ নানা মঙ্গলকৰ বস্তু আয়োজন কৰা হয়। দেশৰ সকলো মহন্ত আৰু বিষয়া সেই ঠাইলৈ গৈ একত্ৰিত হয়। শিঙৰী ঘৰত পূৰ্ব্ব দিনা অধিবাস। আহোমৰ বাইলুঙ আৰু হিন্দুৰ জ্যোতিষীয়া সকলে শুভ লগ্ন স্থিৰ কৰি দিয়ে। আহোমৰ পুৰুহিত দেওধাঁই বাইলুঙে কুকুৰাৰ ঠেঙেৰে মঙ্গলামঙ্গল পৰীক্ষা কৰে, পাছে শুভলগ্ন উপস্থিত হলে স্বৰ্গদেৱে প্ৰধান মহিষী জনাই সৈতে শিঙৰী স্নান মণ্ডপলৈ যায়। তাতে তীৰ্থৰ জলেৰে আৰু আন সুবাসিত নানা বস্তুৰে আহোম আৰু ব্ৰাহ্মণ পণ্ডিতৰ উচ্চাৰিত মন্ত্ৰেৰে স্বৰ্গদেৱে সভাৰ্য্য স্নান কৰে। এই ঘৰৰ তলত দুজন মানুহ ৰখা হয়। স্বৰ্গদেৱে স্নান কৰা জল এই মানুহৰ মূৰত পৰে। স্বৰ্গদেৱৰ স্নান শেষ হলে এই দুজনক এচৰু ৰূপ আৰু এচৰু সোণ দি খেদাই দিয়া হয়। ইহঁতে ঘুৰি নগৰৰ ফালে নেচাই নগৰৰ পৰা বাজ হৈ দেশ চাৰি

যায়। ইহঁত যি খেলৰ মানুহ তাৰ পৰা ইহঁতক কটা হয়। এই দুজন মানুহক নেওচা যোৱা বোলে। লোকৰ বিশ্বাস যে এই দুজনেই ৰজাৰ আৰু ৰাইজৰ অমঙ্গল নেওচা লই যায়। গুৱালপাড়া জিলাত এইৰূপ নেওচা যোৱা লোকৰ সন্ততি এতিয়াও আছে।

স্নানৰ পাছত অভিষেক হোৱা শিঙ্গৰী ঘৰটোলৈ সভাৰ্য্যে স্বৰ্গদেৱ যায়। তাত আহোম আৰু বৈদিক মতে বাইলুঙ্গ মহন্ত পণ্ডিত সকলে ৰজাক শান্তি কৰি পুষ্প চন্দন মালাদি অভিষেক কৰে। ডাঙ্গৰীয়া সকল সেই ঘৰলৈ উঠি স্বৰ্গদেৱক সেৱা কৰে আৰু ৰাইজে মাটীৰ পৰা সেৱা কৰে, জয়ধ্বনী হয়, শঙ্খ ঘণ্টা দবা নানাবিধ বাজনা বজোৱা হয়। ঘোড়া হাতীৰ দ্বাৰা ধ্বনি কৰোয়া হয়। ব্ৰাহ্মণ মহন্ত আৰু আন সকলক দান দক্ষিণা দিয়া হয়, স্বৰ্গদেৱে ভোজন সেই ঘৰতে কৰে। আবেলি হাতীৰ যুদ্ধ নাচ বাজনা আৰু আন অনেক ক্ৰিড়া কৰা হয়। বিষয়া সকলে স্বৰ্গদেৱক উপঢৌকন দিয়ে আৰু স্বৰ্গদেৱে বিষয়া মহন্ত, সকলোকে যথাযোগ্য বঁটা বাহন দিয়ে স্বৰ্গদেৱে এই সময়ত আহোম মতে নাম লয়। আহোমৰ কুকুৰাৰ ঠেঙ্গৰ দ্বাৰা মঙ্গল চোৱা নিয়ম। স্বৰ্গদেৱৰ এই নামকৰণ হোৱাত কুকুৰা ঠেঙেৰে বাইলুঙ্গে মঙ্গল চায় আৰু আহোমৰ পুথি পঢ়ে। বন্দীশালত যিবিলাক বন্দীয়াৰ থাকে সেই বোৰক মুক্তি দিয়া হয়। ৰজা শিঙ্গৰী ঘৰত উঠা এটা প্ৰধান উৎসব, সেই দিনা দিনে ৰাতিয়ে

স্বৰ্গদেৱ সেই শিঙ্গৰী ঘৰতে থাকে। শিঙ্গৰী ঘৰত উঠিলেই ৰজা পূর্ণাভিষেক হয়। আহোমৰ এটা নিয়ম এই যে কোনো জনা ৰজাৰ শ্রাদ্ধ হলে বা ৰজাৰ ঘৰত ভোজ হলে আগৰ ৰজা সকলৰ নামে গাইপতি সাজ দিয়া হয়। যি সকল ৰজাই শিঙ্গৰী ঘৰত উঠা নাই সেই সকলৰ সাজ শিঙ্গৰী ঘৰত উঠা ৰজাৰ নাৰিত দিয়া নাযায়।

---

# এৰোপ্লেন, জেপেলিন, চবমেৰিণ, টর্পেডো আৰু ওয়াৰলেচ টেলিফনী।

"বিজ্ঞান শাস্ত্র জ্ঞানৰ ভৰাল"। এই বিজ্ঞানৰ আলোচনাৰে জগৎ দিনক দিনে উন্নত হব ধৰিছে। বিজ্ঞানে নতুন কথাৰ সৃষ্টি কৰিছে, নতুন তথ্য আবিষ্কাৰ কৰিছে, আৰু ইয়াৰ লগে লগে সংসাৰ ক্রমাৎ উন্নতি পথত অগ্রসৰ হৈছে। ইউৰোপত আজি কেবছৰমান আগেয়ে জার্ম্মাণ আৰু ইংৰাজৰ মাজত যি মহা সমৰ লাগিছিল, তাত বহুতবোৰ নতুন কথা আৰু নতুন বিষয়ৰ আবিষ্কাৰ হৈছিল এৰোপ্লেন, জেপেলিন, চবমেৰিণ, টর্পেডো, নামেৰে নতুন নতুন আচৰিত বস্তু আবিষ্কৃত হৈছিল। আমি আগেয়ে শূন্যত বা আকাশত ফুৰিব পৰা কথা বিশ্বাস নকৰিছিলে। শূন্যত বা আকাশত উৰি ভ্রমণ কৰিবলৈ আজি দুবিধ বিমান আবিষ্কাৰ হৈছে। এবিধ এৰোপ্লেন আৰু আন বিধক জেপেলিন বা "এয়াৰছিপ" বুলিব পাৰি। কাউন্ট জেপেলিন নামেৰে মানুহ এজনে জার্ম্মানত এই বিমান আবিষ্কাৰ কৰে। আমি এক কথাত এই দুয়ো খনকে উৰনীয়া জাহাজ বুলিব পাৰোঁ।

এয়াৰছিপ বা জেপেলিন বৰ ডাঙ্গৰ। ই দীঘলে একোখন সৰু যুদ্ধৰ জাহাজৰ সমান। ই ৩০।৩৫ জন যাত্রী লৈ আকাশত উৰি ফুৰিব পাৰে। এৰোপ্লেন জেপেলিনতকৈ সৰু। ই ঘণ্টাত ১০০।১৫০ মাইলতকৈ অধিক বাট যাব

নোৱাৰে। কেতিয়াবা কেতিয়াবা দুই জন যাত্ৰীৰে আকাশত এৰোপ্লেনেৰে "হাৱা" খাই ফুৰিব পাৰি। এৰোপ্লেনৰ ইমান উন্নতি হৈছে যে আজি কালি ইংলণ্ডৰ পৰা ভাৰতবৰ্ষলৈ ইয়াৰে ডাক অনা নিয়া কৰে, আৰু এনে কথাও চলিছে যে ভাৰতবৰ্ষৰ পৰা বিলাত লৈ যাত্ৰীও অহা যোৱা কৰিব আৰু লগতে ভাৰত-বৰ্ষৰ অন্যান্য ঠাইৰ পৰাও ডাক অনা নিয়া কৰা হব। পূৰ্ব্বে বিলাতৰ পৰা ডাক অনা নিয়া কৰিবলৈ প্ৰায় তিনি সপ্তাহ লাগিছিল এতিয়া সেই কায এৰোপ্লেনৰে প্ৰায় তিনি চাৰি দিনতে সমাধা হৈছে। জাৰ্ম্মান যুদ্ধৰ সময়ত এৰোপ্লেনত মানুহ উঠি আলেঙ্গে আলেঙ্গে শত্ৰু পক্ষৰ আলেখ লেখ চাইছিল। কেতিয়াবা এৰোপ্লেনেৰে মানুহ গৈ শত্ৰু পক্ষৰ মাজত "বোমা" পেলাই দি শত্ৰু পক্ষ নাশ কৰিছিল।

চবমেৰিণ পানীৰ তলেদি যোৱা জাহাজ। ই পানীয়েদি ডুবিয়াই যায়। সেই দেখি তাহানি কোনোবা এখন বাতৰি কাকতে চামমেৰিণৰ নাম পানী কাউৰী জাহাজ দিছিল। ই দহ ফুট পানীৰ তলেদি অনায়াসে যাব পাৰে, চবমেৰিণ পানীৰ তলেদি যাওঁতে যাত্ৰীবিলাকে যাতে উশাহ নিশাহ অবাধে লব পাৰে তাৰ দিহা আছে, আৰু তাত থকা বায়ু যাতে দোষিত নহয় তাৰো উপায় আছে। চবমেৰিণৰ দুয়ো মূৰ ক্ৰমাৎ সৰু। ই পানীৰ ওপৰেদি গৈ থাকে শত্ৰুৰ জাহাজ দেখা পালে তৎ-ক্ষণাৎ পানীত ডুব মাৰে। চাবমেৰিণৰ আগত এডাল সৰু নলি আছে। সেই নলিডাল পানীৰ ওপৰত ওলাই থাকে;

এই নলিৰ আগত এখন আয়না লাগোৱা থাকে। সেই আয়না এনে ভাৱে লাগোৱা আছে যে চবমেৰিণত থকা মানুহবোৰে সেই আয়না সহায়েৰে শত্ৰুপক্ষৰ গতি বিধি স্থিৰ কৰিব পাৰে জাৰ্ম্মান যুদ্ধৰ সময়ত চবমেৰিণ ব্যৱহাৰ হৈছিল। চবমেৰিণৰ সমুখত টৰ্পেডো নামে এবিধ অস্ত্ৰ থাকে। এই টৰ্পেডোত এনে বোৰ বস্তু থাকে যে কোনো এটা বস্তুৰ লগত টৰ্পেডোৰ সংঘৰ্ষণ ঘটিলে তৎক্ষণাৎ টৰ্পেডো ফুটি শত্ৰুপক্ষৰ জাহাজ ধ্বংশ কৰি পেলায়। টৰ্পেডোই এনেকৈ অসংখ্য যুদ্ধৰ জাহাজ মহা যুদ্ধৰ সময়ত নষ্ট কৰিছিল।

এইবোৰত বাদেও আজি কালি "ওয়াৰ লেচ" টেলিগ্ৰাফ বা তাৰ নোহোৱাকৈ এ ঠাইৰ পৰা আন ঠাইলৈ বাতৰি চলাচল কৰিব পৰা সৰঞ্জাম ওলাইছে। তাৰৰ ব্যৱহাৰ নোহোৱাকৈয়ে এ ঠাইৰ কথা আন ঠাইলৈ নিব পৰা হৈছে, আৰু এই তাৰহীন যন্ত্ৰৰ সহায়েৰে যুদ্ধৰ সময়ত বহুত বাতৰি দিহা দিহি পঠাবলৈ বৰ বিশেষ সুবিধা হৈছিল। এই যন্ত্ৰৰ সহায়েৰে আজি কালি আকৌ দূৰ বিদেশৰ গীত যন্ত্ৰাদি ঘৰতে বহি শুনিব পৰা হৈছে। এই যন্ত্ৰক 'ৰেডিয়েতৰ' বোলে।

ইয়াৰ সহায়েৰে কলিকতাত হোৱা গান বাজনা বা বিলাতত হোৱা গীত বাদ্যাদি ঘৰতে বহি শুনিব পৰা যায়। এনেকৈ দিনক দিনে জগতে নানা নাশ্ৰুত নাভুত কথাৰ উদ্ভৱ কৰিব লাগিছে।

---

# আনন্দৰাম বৰুৱাৰ স্বৰ্গযাত্ৰা ।

অকস্মাৎ কিয় আজি সুৰলোকে
আনন্দৰ ধ্বনি উঠিছে ঘনে ।
গাইছে গন্ধৰ্ব্বী নাচিছে ত্ৰিদিব,
লৰে দেৱদূত আনন্দ-মনে !
কিয় জ্যোতিৰ্ম্ময় স্বৰগ-দুৱাৰ
অকস্মাৎ আজিমুকলি হ'ল ।
লগে দেৱবালা, সৰস্বতী আই
বিমানপথ অপেক্ষি ৰ'ল ॥
ইকি ইকি চোৱা, অসম গৌৰৱ,
তাৰতম্য ধন আনন্দৰাম ।
সুবৰ্ণ-ৰথত, আলোকি বিমান,
কৰিছে প্ৰয়াণ শান্তিৰ ধাম ।
চোৱা চোৱা লগে সৰস্বতী আই
উলাহ-মনেৰে কোলাত তুলি ।
"পানী কৰি তেজ, খাটি মোৰ গুণে,
কত ভাগৰেৰে আহিছা" বুলি ॥
পিয়ালে অমৃত, পাৰিজাত-মালা,
দিলে তুলি শিৰে দেৱসমাজ ।
বাজিল দুন্দুভি, পাণিনি অমৰ
পিন্ধালে আপুনি দেৱৰ সাজ ।

পদ্ম-আসনত বহুৱালে চোৰ্বাঁ,
নৰস্বতী আই আকোঁৱালি ধৰি,
সৌৰভৰ দৰে শুৱালে আনন্দ,
হাঁহিলে ত্ৰিদশ দেৱনগৰী ॥
আনন্দ ভুমিতো দেৱ-সমাজত,
চিৰ-শান্তি পালাঁ আনন্দলোকে ।
কিন্তু তললৈ চোৱাঁ এটবাৰ,
কি হ'ল পৃথিবী তোমাৰ শোকে ॥
হাহাকাৰ-ধ্বনি উঠিল জগতে,
ভাৰতত আৰু আনন্দ নাই ।
ধ্বনিছে পৱন, চৰাই বিনায়,
ভাৰতত আৰু আনন্দ নাই ॥
কোনে আৰু হাঁয় জগতবাসীক
বিলাব সংস্কৃত-কবিৰ ভাব ।
কাব্য-বুৰঞ্জীৰ সাগৰক মথি,
নিতে ন'অমৃত কৰিব স্ৰাব ?
চোৰ্বাঁ কথা ক'ব নজনা তোমাৰ
জননী অসম পৰিল জঁয় ।
দুখুনীৰ ভাগ্য এটি মাত্ৰ ৰত্ন,
তাকে হেৰুৱালে প্ৰাণে কি সয় ॥
ইমান অমূল্য আদৰৰ ধন,
ভক্তিৰ আধাৰ আছিল বুলি ।

আজিহে দেখিলে অসম-বাসীয়ে
হৃদয় দুৱাৰ কৰি মুকলি ॥
সকলোৰে যেন হৃদয়ৰ ধন
নিলে কোনোবাই বলেৰে কাঢ়ি।
নোহোৱাতে পূৰ আনন্দৰ জোন,
বেজাৰ-ৰাহুৱে পেলালে গ্ৰাহি।
কেন্দ্ৰৰূপে থাকি শিশু অসমক
শিকাই দৃষ্টান্ত সাধু-শিক্ষাৰ,
হলা অকস্মাৎ মাজ-সাগৰত,
ধ্ৰুৱতৰা দৰে মেঘৰ আঁৰ ॥
শক্তিশেল প্ৰায়, বিৰহে তোমাৰ,
ভেদিলে মৰম অসমীয়াৰ।
যতদিন শিৰে ব'ব তেজ-সোঁত,
ব'ব লগে লগে ব্যথা ইয়াৰ ॥
পৰিবৰ্ত্ত-কাৰী কাল-সোঁতেনিতে
নতুন স্মৃতিকো নিব ঢৌৱাই।
চিৰকীৰ্ত্তি সাধু দৃষ্টান্ত তোমাৰ,
শোক অসমৰ ৰব উধাই ॥

# হেমচন্দ্র বৰুৱা আৰু অসমীয়া ভাষা।

হেমচন্দ্র বৰুৱা শিবসাগৰত জন্মগ্ৰহণ কৰিছিল। তেওঁ স্কুল কলেজত নপঢ়াকৈয়ে নিজ বিদ্যা বুদ্ধি আৰু অধ্যবসায়ৰ গুণেৰে দেশত ডাঙৰ মানুহ হৈছিল। তেওঁ চৰকাৰী কাম কৰিও অসমীয়া ভাষাৰ বিশেষ চৰ্চ্চা কৰিছিল। দেশত অসমীয়া ভাষা প্ৰচলন হওঁতেই হেমচন্দ্র বৰুৱাই অসমীয়া লৰাৰ শিক্ষাৰ অৰ্থে কেইবাখনো কিতাপ ৰচনা কৰিছিল। তেওঁ কিতাপ লিখি গবৰ্ণমেণ্টৰ পৰা ১১০০৲ এঘাৰশ টকা পুৰস্কাৰ পাইছিল। আদিপাঠ, পাঠমালা, ব্যাকৰণ, স্বাস্থ্যৰক্ষা, বাহিৰে ৰংচং ভিতৰে কোৱাভাতুৰি আদি তেওঁ লিখা কিতাপৰ নাম। অৰুণোদয় আৰু জোনাকী নামেৰে আলোচনী কাকতত তেওঁ বহুত অসমীয়া প্ৰৱন্ধ লিখিছিল। তেওঁৰ আটাইতকৈ ডাঙৰ কাম হৈছে হেমকোষ। হেমকোষ অসমীয়া ভাষাৰ এখন বৃহৎ অভিধান। এই অভিধানে তেওঁৰ নাম চিৰস্মৰণীয় কৰি ৰাখিছে। গুৱাহাটীত তেওঁৰ মৃত্যু হয়।

হেমচন্দ্র বৰুৱাই অসমীয়া ভাষাৰ বিশেষ উপকাৰ কৰি গৈছে। এইটো জানিব লাগিব যে দেশাধিকাৰ সকলৰ ভ্ৰমত আৰু সেই ভ্ৰম সংশোধন কৰিবলৈ সময়মুৱি অসমীয়াৰ উপযুক্ত লোকৰ অভাৱত "অসম দেশত বঙ্গালী ভাষাৰ বৰ আদৰ আছিল, মাতৃ ভাষাক সকলোৱে ঘিণাইছিল—স্কুলত বঙ্গালা,

কছাৰিত বঙ্গালী, ডেকাবিলাকৰ আলাপত বঙ্গালী আৰু তেওঁলোকৰ চিঠিতো বঙ্গালী ভাষাহে চলিছিল। সকলোৱে ৰঙ্গিনী বঙ্গীয়াক সঙ্গিনী কৰি লৈছিল, বঙ্গভাষা সকলোৰে বুকুৰ কুটুম হৈ উঠিছিল।" এই বঙ্গলা ভাষাৰ ঠাইত অসমীয়া ভাষা প্ৰচলন কৰিবলৈ হেমচন্দ্ৰ বৰুৱাই অশেষ পুৰুষাৰ্থ কৰিছিল। অসমীয়া ভাষা যে বঙ্গলা ভাষাৰ অপভ্ৰংশ নহয় এই কথা বুজাবলৈ তেওঁ ইংৰাজী বঙ্গলা সাময়িক পত্ৰিকা বিলাকত বহুত প্ৰবন্ধ লিখিছিল। অসমীয়া "ৱ" আখৰটো চলাবলৈ তেওঁ গবৰ্ণমেণ্টৰ লগত বৰকৈ লিখালিখি কৰিব লগীয়া হৈছিল। অসমীয়া ভাষা প্ৰচলন সম্পৰ্কে পদে পদে তেওঁ নানা বাদ্‌বিতণ্ডা কৰিব লগীয়া হৈছিল।

অসমীয়া ভাষা সম্পৰ্কে সেই সময়ত কিছুমান মানুহৰ এটা ভুল ধাৰণা আছিল। এক শ্ৰেণীৰ মানুহে কৈ ফুৰিছিল যে "অসমীয়া ভাষা আন একো নহয় কেৱল আহম জাতিৰ ভাষাহে।" এনেয়ে অসমীয়া ভাষা বঙ্গালীৰ অপভ্ৰংশ বুলি বৃথা জনৰব উঠিছিল। তাতে আকৌ আমাৰ মানুহৰ মাজত আমাৰ ভাষা লৈ মত ভেদ হোৱাটো অমঙ্গলজনক হৈছিল। হেমচন্দ্ৰ বৰুৱাই এই ভুল ধাৰণা জনসমাজৰৰা আঁতৰ কৰিবলৈ এনেকৈ লিখিছিল—

"অনেকে ভাবিব পাৰে যে, আহম জাতিৰ ভাষাক বা আহম জাতিৰ ভাষাৰপৰা ওলোৱা এটা ভাষাক অসমীয়া ভাষা বোলা যায়; কিন্তু সেই কথা নহয়, এই অসম দেশ

পূৰ্ব্বে চুটিয়া, বাৰভুঞা আৰু কছাৰীৰ অধীন আছিল ; আৰু সেই সময়ত এই দেশত থকা হিন্দুবিলাকৰ কোনো এক বেলেগ ভাষা আছিল। পাছত শ্যাম দেশী আহম জাতি ইয়ালৈ আহি ৰজা হয়। সিবিলাকৰ সেই কালৰ ভাষা আৰু ধৰম যে বেলেগ আছিল ইয়াক সকলোৱে জানে। যদিও অহম জাতিয়ে এই দেশৰ ৰাজত্ব পোৱাত সিবিলাকৰ ভাষা ইয়াত চলা সম্ভৱ আছিল, তথাপি বোধ হয়, সেই সময়ত তেওঁবিলাকৰ লগত ইয়ালৈ অহা মানুহৰ সংখ্যা অতি অলপহেতু আপোনাৰ ভাষাতকৈ এই দেশৰ ভাষা কৰৰ অধিক প্ৰয়োজন হৈছিল। আৰু অনুমান হয় এই কাৰণেই নিজা ভাষালৈ আওহেলা হৈ ক্ৰমে অসমীয়া ভাষাই তেওঁবিলাকৰ আপোন ভাষা যেন হল। তেনে সময়তে ৰজাই হিন্দু-ধৰ্ম্ম লোৱাত অহমবিলাকে ধৰমৰ লগতে তেওঁবিলাকৰ ভাষাকো এৰি একেবাৰেই হিন্দু জাতিত সোমাল; তেতিয়াৰেপৰা অহম ভাষা ক্ৰমে অচলিত হৈ আহিবলৈ ধৰিলে। আজিকালি দেওধাই, বাইলুঙ্গত বাজে আন আহমে সেই ভাষা নেজানে, কেৱল সম্বন্ধ বুজোৱা পুলিন, পুথাও ইত্যাদি গোটাচেৰেক কথা মাথোন আহম জাতিৰ মাজত চলিত আছে। ইয়াত বাজে অসমীয়া ভাষাৰ লগত মিহলি হোৱা মূল বা অপভ্ৰংশ আন শব্দ নিচেই অলপ। ৰজাই হিন্দু ধৰ্ম্ম লোৱাৰ পাচত ভাটীৰ নানা ঠাইৰপৰা মানুহ অনাই এই দেশত পাতিলে। তাতে সেই সেই দেশৰ কোনো কোনো কথাও অসমীয়া ভাষাৰ লগত মিহলি হৈ সি আগতকৈ

চকী হল, এই দেখি উড়িয়া, হিন্দুস্থানী আৰু বঙ্গালী ভাষাৰো শব্দ অসমীয়া ভাষাৰ লগত পোৱা যায়। অতি পূৰ্ব্ব কালত প্ৰায় গোটেই ভাৰতবৰ্ষতে সংস্কৃত মাথোন প্ৰচলিত আছিল। কালক্ৰমত উচ্চাৰণ লৰচৰ হৈ সেই সংস্কৃতৰপৰা প্ৰাকৃত ওলায়; পাচত সেই ভাষা পৰা হিন্দী আদি অনেক ভাষাৰ সৃষ্টি হয়; আৰু বোধ হয়, পুৰণি অসমীয়া ভাষাও তাৰে এটা ঠাল আছিল। পাচত হিন্দী বঙ্গালী আদি আন আন ভাষাৰ অনেক শব্দ তাৰ লগত মিহলি হৈ সি এতিয়াৰ অৱস্থা পাইছে: এইৰূপে মিহলি হোৱা বিদেশী শব্দত বাজে অনেক মূল সংস্কৃত শব্দ অসমীয়া ভাষাৰ লগত এনেহে মিহলি হৈ আছে যে, সেইবিলাক মাতক অনেকে সংস্কৃত বুলি নেজানে;—চাল, চালনী, শাক, সৰু ইত্যাদি শব্দবিলাক এই উক্তিৰ প্ৰমাণ।” এইদৰে হেমচন্দ্ৰ বৰুৱাই অসমীয়া ভাষাৰ যি উপকাৰ কৰি গল তাক কোনো অসমীয়াই পাহৰিব নোৱাৰে। সেইবাবে অসমীয়াৰ প্ৰসিদ্ধ সাহিত্যিক পেন্সনাৰে কয় যে “চন্দ্ৰদিবাকৰ আই বসুমতী থাকে মানে জগতত। অসমীয়া হেমচন্দ্ৰৰ পোহৰ জিলিকিব অসমত।”

---

# সূৰ্য্য কি আৰু কেনে ?

ছাত্ৰ—গুৰুদেৱ, আপুনি কৈছিল যে আমাৰ পৃথিবীখন শূন্যতে ওলমি আছে। ইনো কেতিয়াও জৰি ছিগি নপৰেনে ?

শিক্ষক—ছাত্ৰসকল, আমাৰ পৃথিবীখনক লগাই ক'তো ওলোমাই থোৱা নাই, ই আপোনা-আপুনি জৰিত ওলমি থকাৰ দৰে ওলমি আছে। বাৰু, কেনেকৈ ওলমি থাকে তোমালোকক বুজাই দিওঁ। তোমালোকে লো আৰু চুম্বক দেখিছা নহয়নে ? চুম্বক এছটাৰ ওচৰত কিছুমাক লোৰ গুৰি যদি ছটিয়াই দিয়া হয় তেন্তে লোৰ গুৰিবোৰ চুম্বক ছটাৰ ফালে আপোনা-আপুনি যাবলৈ ধৰে। এতিয়া তোমালোকেই কোৱাচোন চুম্বক ডোখৰে লো গুৰিবোৰক কিহেৰে টানি নিয়ে ? তাত কিবা জৰি বা সূতা লগোৱা আছেনে ? নাই। চুম্বক ডোখৰৰ ভিতৰত এনেকুৱা এটা শক্তি আছে যে ই আমি দেখা নোপোৱাকৈ কব নোৱাৰাকৈ লোৰ গুৰিবোৰক নিজৰ ফালে টানি নিয়ে। এনেকুৱা টানি নিয়া শক্তিটোক বিজ্ঞান-বিদ্ পণ্ডিতসকলে আকৰ্ষণ শক্তি বোলে। বৈজ্ঞানিক পণ্ডিত-সকলে প্ৰমাণ কৰি চাইছে যে চন্দ্ৰ, সূৰ্য্য, গ্ৰহ, নক্ষত্ৰ, তৰা, পৃথিবী, জীৱ-জন্তু, এই বিশ্বব্ৰহ্মাণ্ডত যিমানবোৰ বস্তু আছে সকলোৱে পৰস্পৰ টানাটানি কৰি বান্ধ খাই আছে। তেওঁ-লোকে কয় যে মহা আকাশৰ মাজতে সূৰ্য্য স্থিৰ থাকি ডাঙৰ

সক্ত গ্ৰহ, নক্ষত্ৰ, পৃথিবী আদি সকলোকে চাৰিওফালে ঘুৰাব ধৰিছে—পৰস্পৰ আকৰ্ষণ শক্তিৰ গুণত কোনোৱে নিজৰ ঠাই এৰিব নোৱাৰি নিজ নিজ বাটত ঘুৰিব লাগিছে, ই আজি নহয় —ই অবিৰাম চলিছে।

এতিয়া তোমালোকক সূৰ্য্যৰ বিষয়ে এষাৰ কওঁ। সূৰ্য্য বৰ ডাঙৰ বস্তু। তোমালোকে জানা যে আমাৰ পৃথিবীখন কিমান ডাঙৰ। এনেকুৱা পৃথিবী তেৰ লাখ মান লগ লগালেহে কিজানি সূৰ্য্যৰ সমান হব—সূৰ্য্য ইমানেই ডাঙৰ। আৰু, এটা উদাহৰণ চোৱা,—ধৰি লোৱা যে আমাৰ পৃথিবীখন এটা সৰিয়হৰ সমান। এতিয়া এটা বৰ ডাঙৰ কলহ আনা আৰু তাৰ ভিতৰত সৰিয়হ ভৰোৱা। তাত কিমান সৰিয়হ ধৰিব লেখিব পাৰিবানে ? তেনেহলে দেখা যায় যে পৃথিবীখন যদি সৰিয়হটোৰ সমান হয়, তেন্তে সূৰ্য্যটো সেই ডাঙৰ কলহটোৰ নিচিনাই হব। কাজেই সূৰ্য্যটো এটা প্ৰকাণ্ড ডাঙৰ বস্তু। আকৌ এটা হিচাব দিওঁ চোৱা—পৃথিবী বৰ ডাঙৰ হলেও আজিকালি পৃথিবীৰ চাৰিওফালে ঘুৰিব পাৰোঁ। কলিকতাৰ পৰা জাহাজত উঠি ভাৰত মহাসাগৰেদি আৰব সাগৰ পাৰ হৈ ছুয়েজখাল পামগৈ। ছুয়েজ খাল এৰি ভূমধ্য সাগৰ পাৰ হৈয়েই জিব্ৰাল্টৰ প্ৰণালী পামগৈ। তাৰ পৰা আটলান্টিক মহাসাগৰ পাৰ হৈ আমেৰিকা মহাদেশ পাৰ হব লাগিব। তাৰ কিচতে প্ৰশান্ত মহাসাগৰ এৰি চীন, জাপান পামগৈ। তাৰ পিচতে ব্ৰহ্মদেশৰ দক্ষিণেদি ভাৰত মহাসাগৰ সোমাই আকৌ কলিকতা

পামহি । তেনেহলে পৃথিবীখন এবাৰ ঘুৰা অহা নহলনে ? নিশ্চয় হল । এনেকৈ এবাৰ ঘুৰি আহোঁতে কিমান সময় লাগে জানানে ? অৱশ্যে জাহাজত গলে বেছি সময় লাগে । কিন্তু ধৰি লোৱা যে পৃথিবীৰ চাৰিও ফালে এটা ৰেলৰ লাইন আছে ; সেই লাইনেৰে এখন ডাকগাড়ী ঘণ্টাত ৫০ মাইল হিচাবে যায় বুলি ধৰি লোৱা । ডাকগাড়ীখন কোনো ষ্টেছনত নথামাকৈ দিনে-ৰাতি যদি এই হিচাবে যায় তেন্তে কিমান সময় লাগে কব পাৰানে ? হিচাব কৰি দেখা গৈছে যে বেছি সময় নালাগে, মুঠতে ২১ দিনহে লাগে । এতিয়া ধৰি লোৱা যে সূৰ্য্যৰ চাৰিফালেও ঘুৰণীয়াকৈ এনেকুৱা এটা ৰেলৰ লাইন আছে । তাৰে ডাক-গাড়ী এখনত আমি কেজনমান উঠিলোঁ । গাড়ীখন ৰিঙ্গিয়াই ৰিঙ্গিয়াই হুৰ হুৰকৈ শব্দ কৰি দিনে-ৰাতি যাবলৈ ধৰিলে । আমিও ঘণ্টাত ৫০ মাইল হিচাবে যাবলৈ ধৰিলোঁ । বাৰু এতিয়া হিচাব কৰি চোৱাচোন আমি ঘণ্টাত ৫০ মাইলকৈ সূৰ্য্যৰ চাৰিওফালে মেৰ এটা ঘুৰি আহিলে কিমান সময় লাগে । পণ্ডিতসকলে হিচাব কৰি উলিয়াইছে যে আমাক সাত বছৰ যোৱাকৈ চাউল, ডালি মছলা, লোণ, তেল, গাখীৰ, ঘিউ সকলোকে এখন বেলেগ গাড়ীত বোজা দিব লাগিব । তেতিয়াহে আমি যাত্ৰা কৰিব পাৰিম ; নহলে অলপীয়াকৈ আহাৰ-পানী নিলে আমি বাটতে শুকাই মৰিব লাগিব । পৃথিবীৰ মেৰ এটা ঘুৰোঁতে আমাক লাগে ২১ দিন—এমাহো নহয় আৰু সূৰ্য্যটোৰ মেৰ এটা ঘুৰোঁতে লাগে ঠিক সাত বছৰ ।

তেন্তে এতিয়া ভাবি চোৱা সূৰ্য্য আমাৰ পৃথিবীতকৈ কিমান ডাঙৰ আৰু পৃথিবীখন কিমান সৰু। ঠিক সৰিয়হটো আৰু কলহটো নহয় নে ?

ছাত্ৰ—তেনেহলে গুৰুদেৱ, সূৰ্য্যটোক দেখোঁ এখন কাঁহীৰ নিচিনাহে দেখি, কাৰণ কি ?

গুৰু—এৰা, ঠিক এখন সৰু কাঁহীৰ নিচিনাই দেখি। বাৰু তোমালোকেই ভাবি চোৱাচোন। সৌ নীলাচলৰ ভুবনেশ্বৰী দেবীৰ মন্দিৰটো কিমান ডাঙৰ ! এ ইটো বেছি দূৰৈৰ কথা নহয় ৩।৪ মাইল মাত্ৰ দূৰৈৰ কথা। এইখিনি দূৰৈতে ইমান ডাঙৰ মন্দিৰ এটাক ইমান সৰু দেখি। তেন্তে এতিয়া অনুমান কৰা-চোন সূৰ্য্যটো আমাৰ পৰা কিমান দূৰৈত আছে—ই ৩।৪ মাইল ওপৰত নহয় তেনেকুৱা কোটি কোটি মাইল ওপৰত। সেই কাৰণে এখন কাঁহী যেন দেখি। তেনেহলে আচলতে ই এখন প্ৰকাণ্ড ডাঙৰ ঘূৰণীয়া কাঁহী নহয় নে ? পণ্ডিত সকলে ঠিক কৰিছে যে সূৰ্য্য পৃথিবীৰপৰা ন কোটি ত্ৰিশ লাখ মাইল দূৰৈত —বুজিলানে ? শৰ দহগুণ হাজাৰ, হাজাৰৰ এশ গুণে লাখ, আকৌ লাখৰ এশ-গুণেহে কোটি হয়। তেনেকুৱা ন কোটি ! কম নহয়। আমি আমাৰ পৃথিবীত হিচাব কৰোঁ, দু-মাইল, দহ-মাইল, হাজাৰ মাইল। যেনে আমাৰ ইয়াৰ পৰা লণ্ডন মুঠতে ১০ কি ১১ হাজাৰ মাইল ; তাকেই আমি বহুত বুলি ভাবোঁ। তেনেহলে সূৰ্য্য আমাৰপৰা কিমান দূৰৈত এতিয়া ভাবি চোৱা—কল্পনা কৰা টান নহয় নে ?

বাৰু, আকৌ এটা উদাহৰণ লোৱা যাওক। ভাবি লোৱা যে আমাৰ পৃথিবীৰপৰা সূৰ্য্যলৈ এটা ৰেলৰ লাইন আছে। ইয়াৰে এখন ডাকগাড়ী ঘণ্টাত ৩০ মাইলকৈ সূৰ্য্যলৈ যায়। তাতে আজি এখন বৰ জৰুৰী চিঠি সূৰ্য্যলৈ দিয়া। এই চিঠিখন সূৰ্য্যই কেতিয়া কোন দিনা পাব? সেই চিঠিখন এদিনৰ মূৰত নহয়, এমাহৰ বা এবছৰৰ মূৰত, এশ বছৰৰ মূৰতো নহয় তেনেকুৱা তিনিশ পঞ্চাশ (৩৫০) বছৰৰ মূৰত হে পাবগৈ। তেতিয়া আমাৰ কোনোবাই মনত কৰিব পাৰিবানে? সিমান দিন মনত থাকিবানে? আজি ইং ১৯২৯ সন, কিন্তু সেই চিঠি-খন পাব ইং ২২৭৯ সনত—কম দিন নে? তেনেহলে এতিয়া বুজিলা যে সূৰ্য্য এটা প্ৰকাণ্ড বস্তু আৰু ই আমাৰ পৰা বহুত দূৰৈত আছে, আমি তাক কল্পনা কৰিবই নোৱাৰোঁ। বাস্তবিকে সূৰ্য্য বৰ ডাঙৰ, আৰু আমাৰ পৰা বহুত দূৰৈত; কিন্তু বৰ তেজী; সূৰ্য্যৰ তেজ বা জ্বলন্ত শক্তি কম নহয়। তাৰ ওচৰত নথকাই ভাল; ওচৰত থাকিলে তাৰ লগতে পুৰি এঙ্গাৰ হৈ জ্বলি যাব লাগিব। বহাগ, জেঠমহীয়া ৰদৰ কথা মনত কৰি চোৱাঁচোন। তেতিয়া একো দিন তাপ সহিব নোৱাৰি এনেকুৱা মনত হয় যেন জুইহে বৰষিছে। আৰু পোহৰেই বা কেনে ভাবি চোৱা—আমাৰ ঘৰত অকণমান চাকি এটা জ্বলি থাকিলে ঘৰখন পোহৰ হয় নাইবা মাজতে একুৰা জুই ধৰি জ্বলা জুই নুমাই থলেও জ্বলি থকা এঙ্গাৰবোৰে গোটেইখন ঘৰত বৰ সুন্দৰ পোহৰ দিয়ে। কাজেই জুই থাকিলেই পোহৰো পোৱা

যায়। সূৰ্য্যৰ পৰা সদায় জুই ওলাই আছে তাৰ গুণতে আমি তাপ আৰু পোহৰ পাওঁ। জহকালি একুৰা ডাঙ্গৰ জুইৰ ওচৰলৈ গলে গোটেই গা ঘামি যায়। তেতিয়া বাহিৰৰ ৰ'দত ওলালেও ঘামি যায়। ইয়াৰপৰা বুজিব নোৱাৰোঁ। নে যে জুই আৰু ৰ'দ একে ? ৰ'দেই জুই। সূৰ্য্যৰ পৰা অবিৰাম জুই ওলাব ধৰিছে কাৰণ—জুই নাথাকিলে তাপ আৰু পোহৰ অসম্ভৱ।

তোমালোকে ৰাতি সৌ ইলেকট্ৰিক লাইটবোৰ দেখা নাইনে ? সেই ডিমাৰ ( bulb ) ভিতৰত থকা অকণমান গুণা এডাল জ্বলি থকা দেখা নাইনে ? সেই গুণা ডাল জুই লাগি এঙ্গাৰৰ নিচিনা হৈ একেবাৰে জ্বলি আছে, তোমালোকে তাত হাত দিলেই সৰ্ব্বনাশ ! তাত জুই উৎপন্ন হৈছে। সেই জুইয়ে পোহৰ দিছে। সেই পোহৰত তোমালোকে সন্ধিয়া জুৰ বতাহ খাই ফুৰা। তেনেহলে জুই থাকিলেই তাপ আৰু পোহৰ আৰু এঠাইত পোহৰ থাকিলেই তাত জুই আছে বুলি বুজিব লাগিব।

তোমালোকে সুধিব পাৰা যে তাত কিহৰ জুই বা সেই জুই কোনে ধৰিছে ? তাৰ উত্তৰ এই—তাত খৰি বা কয়লাৰ জুই নহয়—তাত গেছৰ জুই জ্বলি আছে। সূৰ্য্যৰ চাৰিওফালে অনন্ত গেছ জ্বলি আছে আৰু ই যে কিমান দিনৰপৰা জ্বলি আছে কোনেও কব নোৱাৰে বা কিমান দিন ই জ্বলি থাকিব তাকো কব নোৱাৰে।

তোমালোকে ছাইকেলৰ লেম্পবোৰত কাৰবাইড জ্বলোৱা। তাৰ পোহৰ কেনে ? সেইদৰে সূৰ্য্যৰ চাৰিওফালে অনন্ত গেছ আছে, সেই গেছ দিনে-ৰাতি জ্বলিব ধৰিছে। ই অবিৰাম হু-হু কৈ জ্বলি আছে। সেয়েহে আমি সূৰ্য্যৰপৰা ইমান দূৰৈত থাকিও সূৰ্য্যৰ ইমান তাপ আৰু পোহৰ পাওঁহঁক। গ্ৰহ, নক্ষত্ৰ, পৃথিবী জগতৰ আটায়ে সূৰ্য্যৰ জ্বলন্ত শক্তিৰ গুণত তাপ আৰু পোহৰ পায়। নহলে বিশ্বব্ৰহ্মাণ্ড ঘোৰ এন্ধাৰত পৰি থাকিলহেঁতেন।

---

# কবি ৰবীন্দ্র নাথ।

শলাগোঁ আদৰোঁ সন্মানো তোমাক
বঙ্গমুকুট ৰবীন্দ্র তুমি ;
কুৰি শতিকাৰ কবি শিৰোমণি
কবি ৰবীন্দ্র কবীন্দ্র তুমি।
দেখিলে ভাৰতে দেখিলে জগতে
জ্ঞান গৰিমা প্ৰভাৱ তোমাৰ,
মানিলে লভিলে সাৰ্থক জগতে
গুণৰ যহতে হেৰা তোমাৰ।
জ্বলিছে ৰেঙাইছে ভাৰত ৰবি
ভাৰত কত লীন আশায় ;
ভাবিছে গুণিছে লেখিছে মনত
ন ন পুত্ৰ বেগাই ঘনাই।
গুণী, মানী, দানী, কবি ৰবি তুমি
অশেষ অসীম শক্তিশালী ;
ভোগী, সুখী, তুমি নিজ উদ্দেশ্যত
তুমি প্ৰখৰ প্ৰতিভাশালী।
তুমি কবিবৰ গৌৰব জাতিৰ
গৌৰব বিশ্ব ভূমণ্ডলৰ ,
গৌৰব পবিত্ৰ প্ৰকৃতি দেবীৰ
গৌৰব বিহঙ্গ কুৰঙ্গৰ।

“নবেল প্ৰাইজ” অধিকাৰী হলা
ইবেলি তুমি ৰবি কবিৰ ;
ভাৰত ভাগ্যত ন দিন ঘটালা
তুমি বাণীকৃপাপ্ৰাপ্ত বৰ।
পূজিম তুষিম কিহেৰে ধৰিম
ই মহান তব কীৰ্ত্তিমান ;
আন্তৰিক শ্ৰদ্ধা ভক্তি অনুৰাগ
বিনে সম্বল আছে কি আন ?

---

# অসমত চীন পৰ্য্যটক।

প্ৰায় ১৩০০ বছৰ আগেয়ে ভাৰতবৰ্ষলৈ চীন দেশৰ পৰা দুজন পৰ্য্যটক বা ভ্ৰমণকাৰী আহিছিল। ভাৰতবৰ্ষ বৌদ্ধ ধৰ্ম্মৰ প্ৰতিস্থাপক বুদ্ধদেৱৰ জন্মস্থান। চীন দেশৰ মানুহ-বিলাক বৌদ্ধ ধৰ্ম্মাবলম্বী। চীন দেশৰ পৰা ভাৰতবৰ্ষলৈ হিউয়েনচাং আৰু ফাহিয়ান নামেৰে দুজন চীন পৰিব্ৰাজক আহিছিল। ফাহিয়ানতকৈ হিউয়েনচাং বহু বিষয়ত পাৰ্গত লোক আছিল। হিউয়েনচাঙে উত্তৰ ভাৰতবৰ্ষতে ভ্ৰমণ কৰি বৌদ্ধ ধৰ্ম্মৰ কীৰ্ত্তি চাই ফুৰিছিল আৰু ইয়াত কেইবা বছৰো থাকি ভাৰতবৰ্ষৰ ধৰ্ম্ম নীতি সম্বন্ধে শিক্ষা কৰিছিল। হিউয়েনচাঙে ৬০৫ খৃষ্টাব্দত জন্ম গ্ৰহণ কৰে। তেওঁ এজন বৌদ্ধ শ্ৰমণ আছিল। ৬২৯ খৃষ্টাব্দ ২৬ বছৰত বয়সত তেওঁ লৈ যাত্ৰা কৰিছিল। সেই সময়ত ভাৰতবৰ্ষ শিলাদিত্য বা হৰ্ষবৰ্দ্ধন নামেৰে ভাৰত সম্ৰাটে কান্যকুব্জত ৰাজধানী পাতি ৰাজ্য চলাইছিল। হৰ্ষবৰ্দ্ধনে হিউয়েনচাঙৰ ভাৰত ভ্ৰমণত নানা প্ৰকাৰে সহায় কৰিছিল। এইজন চীন পৰ্য্যটকে ভাৰতবৰ্ষত ১৫ বছৰ কাল বাস কৰিছিল।

অসম দেশৰ পুৰণি নাম কামৰূপ আছিল। ইয়াৰ সীমা তেতিয়া পুবে দিকৰাই নদী আৰু পশ্চিমে কৰতোৱালৈকে বিস্তৃত আছিল। এই ৰাজ্যৰ ৰাজধানীৰ নাম আছিল প্ৰাগ্-

জ্যোতিষপুৰ। কুমাৰ ভাস্কৰবৰ্ম্মা নামেৰে এজন প্ৰতাপী ৰজাই এই দেশ তেতিয়া শাসন কৰিছিল। ভাস্কৰ বৰ্ম্মাৰ হৰ্ষবৰ্দ্ধনৰ লগত মিত্ৰতা আছিল। তেওঁ হংসবেগ নামেৰে দূত এজন কান্যকুব্জলৈ পঠিয়াই হিউয়েনচাঙক এই দেশলৈ নিমন্ত্ৰণ কৰি পঠালে। আমাৰ ৰজাৰ নিমন্ত্ৰণ ৰক্ষা কৰি হিউয়েনচাঙ কামৰূপলৈ আহে। তেওঁ ইয়াত অনেক দিন থাকি আমাৰ দেশৰ বিষয় এইদৰে লিখি থৈ গৈছে।

"কামৰূপ ৰাজ্যৰ পৰিধি প্ৰায় ১৭০০ মাইল মান হব। নগৰখন ৩০ লিব। ইয়াৰ মাটি বৰ দ কিন্তু সাৰুৱা। মানুহ-বোৰে কঠাল আৰু নাৰিকলৰ খেতি কৰে। এইবোৰ গছৰ সংখ্যা যদিও বেচি তথাপি সেইবোৰ সিমান মূল্যবান নহয়। নৈ আৰু জুৰিৰ পানী নগৰৰ চাৰিউপিনে বোৱাই দিয়া হৈছে। চাৰিউ কাষে বেৰা দিয়া হয়। দেশৰ জল-বায়ু নিয়মীয়া। মানুহবোৰ মৃদু প্ৰকৃতিৰ হোজা আৰু পোন পতিৰ সিহঁত দেখিবলৈ চুটি চাপৰ। সিঁহতৰ বৰন মাঠ। এই দেশৰ ভাষা মধ্যভাৰতৰ ভাষাতকৈ বেলেগ মানুহবোৰৰ স্মৰণ শক্তি চোকা আৰু অধ্যয়নত ৰাপ বেচি। এই দেশৰ মানুহৰ বৌদ্ধ ধৰ্ম্মত আস্থা নাই। দেশত হিন্দুধৰ্ম্মৰ বহুত দেৱ দেৱীৰ মন্দিৰ আছে। দেশৰ ৰজা ভাস্কৰবৰ্ম্মাৰ বিদ্যাত বৰ অনুৰাগ। আৰু তেওৰ প্ৰজাবিলাকৰো বিদ্যা চৰ্চ্চাত বৰ ধাউতি। দূৰ দেশৰ পৰাও সম্ভ্ৰান্ত বংশীয় মানুহে বিষয় বাব বিচাৰি এই দেশলৈ আহে। ৰজাৰ যদিও বৌদ্ধ

ধৰ্ম্মত সমূলি আস্থা নাই তথাপি বৌদ্ধ শ্ৰমণবিলাকক ৰজাই শ্ৰদ্ধা কৰে ইত্যাদি। এই জন পৰিব্ৰাজকে আমাৰ দেশৰ এইবোৰ কথা লিখি নোযোৱা হলে ৭ম শতাব্দীত অসম দেশৰ কেনেকুৱা অৱস্থা আছিল তাক জানিবলৈ দুৰূহ হল হেঁতেন। হিউয়েনচাঙ কামৰূপৰ পৰা উলটি গৈ ভাৰতৰ অন্যান্য ঠাইবোৰ দৰ্শন কৰিলে। তেওঁ ৬৪৫ খৃষ্টাব্দত ঘৰমুৱা হৈ জন্মভূমি চীনদেশ পালেগৈ। যাওঁতে তেওঁ পঞ্জাব আৰু কাবুল প্ৰদেশ চাই গৈছিল। আমাৰ দেশৰ যেনেকৈ বিবৰণ লিখি থৈ গৈছে তেনেকৈ ভাৰতবৰ্ষৰো তেওঁ দেখি যোৱা সকলো আন আন ঠাইৰ কথা লিখা আছে। এইবোৰ কথাই ভাৰতৰ ঐতিহাসিক সকলক বিশেষ ভাৱে সহায় কৰিছে। হিউয়েনচাঙে ভাৰতবৰ্ষৰ বিষয়ে বৰকৈ প্ৰশংসা কৰি গৈছে। তেওঁ সোণ ৰূপৰ আৰু চন্দন কাঠৰ কেইবা খনো বুদ্ধদেৱৰ মূৰ্ত্তি আৰু ৬৫৭ খন ভাৰতবৰ্ষীয় পুথি চীন দেশলৈ লগত লৈ যায়। কোনে কব পাৰে যে অসম দেশৰ সাঁচিপতীয়া হেঙ্গুল হাইতাল খুওৱা চিত্ৰবিচিত্ৰ কৰা পুথি হিউয়েনচাঙে লগত নিয়া নাছিল? হিউয়েনচাঙ ৬০ বছৰ বয়সত নিজ জন্মভূমিত প্ৰাণ ত্যাগ কৰে।

---

# সময়ৰ সদ্ব্যৱহাৰ।

সময় অমূল্য ধন। অবাবত আমি সময় কটোৱা যুগুত নহয়। নিৰ্দ্ধাৰিত সময়ত নিৰ্দ্দিষ্ট কাম কৰা অতি উত্তম উপায়। যেয়ে সময় বান্ধি কাম নকৰে তেওঁ জীৱনত কৃত-কাৰ্য্য হব নোৱাৰে। সময়ৰ অলপ হেচ্ পেচ্ হলেই যুদ্ধ ক্ষেত্ৰত ঘোৰ অপায় মিলিব পাৰে। দিগ্‌বিজয়ী পুৰুষেও কেতিয়াবা সময়ৰ ইফাল সিফালৰ নিমিত্তে পৰাজয় হব পাৰে। টান নৰীয়াত সময় মতে দৰব নপৰিলে মৃত্যু হব পাৰে। সময়ৰ ব্যবহাৰত যেয়ে পটু তেঁৱে সংসাৰত কীৰ্ত্তি আৰ্জ্জন কৰিছে। মহাপুৰুষ সকলৰ জীৱনত সময়ৰ সদ্ব্যবহাৰ এটি বিশেষকৈ মন কৰিব লগীয়া বিষয়। মানুহে সময় ধাৰ্য্য কৰি লৈ সময়ে সময়ে যেতিয়াৎ যি কাম তাক কৰিব লাগে। সংসাৰত উদ্নতি কৰিব খোজা মনুষ্য মাত্ৰেই সময়ৰ ওপৰত বিশেষ চকু ৰাখিব লাগে। উন্নতিৰ ঘাই উপায় হৈছে সময়ৰ সদ্ব্যৱহাৰ। ই সেই বাস্তৱ ঐন্দ্ৰজালিক বিদ্যা যাৰ প্ৰভাৱত ধুলি মুঠিত ধৰিলে সোণ ৰেণু আৰু সোণৰেণুত ধৰিলে ৰত্ন শ্ৰেষ্ঠ হীৰাত পৰিণত হয়। ই সেই আলাদীনৰ অদ্ভুত প্ৰদীপ যাৰ বলত অসম্ভৱ সম্ভৱ হয়, ই সেই সংসাৰ ফুলনিৰ কল্পতৰু যাৰ ওচৰত কৰ্ম্মবীৰৰ সকলো মনোবাঞ্ছা পূৰ্ণ হয়।

পৃথিবীত এই একেটা বস্তু মাথোন হেৰালে নাপায় আৰু পালে নেহেৰায়। তেনেহলে তুমি এবাৰ পাবলৈ চেষ্টা নক-ৰিবা নে? আন বস্তু ধৰি ৰাখিবলৈ যিমান চেষ্টা কৰিব লাগে ইয়াক ধৰিবলৈ তিমান চেষ্টাও কৰিব নালাগে; ধৰাও ই সহজেই দিয়ে। কিন্তু গলেই ইয়াৰ প্ৰচণ্ড বিক্ৰমৰ গম পোৱা যায়। পাৰ্থিব বা অপাৰ্থিব কোনো শক্তিৰেই সেই গত সময়ক ঘুৰাই আনিবৰ ক্ষমতা নাই। ধৰা ই যেনে সহজে দিয়ে ধৰি ৰাখিবলৈও ইয়াক যতনকৈ সজা ঘৰ বাৰী বা বাকচ-পেটেৰা নালাগে। নিৰ্দ্দিষ্ট সময়ৰ নিৰ্দ্দিষ্ট কাম কৰিলেই ইয়াক ধৰি থোৱা হয়

দুখৰ বিষয় আমাৰ দেশত বহুত মানুহে সময় কটাবৰ বিচিত্ৰ ৰকমৰ নিয়ম বান্ধি লৈছে। সেই মতে তেওঁলোকে মহা আগ্ৰহেৰে দিনৰ পিচত দিন, মাহৰ শেহত মাহ, এনেকি বছৰৰ পিচত বছৰ ধৰি চলে। তাৰে কিছুমান নিয়ম এইঃ— বন্ধু বান্ধৱৰ লগত দেখা সাক্ষাৎ, নানা ৰসাল গল্প, তাচ, ডবা, বাঘ গৰু, ষোল গুটি আৰু পচি আদি খেলা। তেওঁ-লোকে কয় যে বন্ধু-বান্ধৱৰ লগত যদি দুখৰ সুখৰ দুই আষাৰ কথাই নাপাতিম তেনেহলে জীৱনটো যে একেবাৰেই মৰুভূমি হৈ যাব। আমি কওঁ যে কেবল কথা কৈয়ে তেওঁ-লোকে যি মৰুভূমিখন সৃষ্টি কৰিলে হেতেন সময়মতে তাকে কৰি জীৱনটো যেন তেওঁলোকে মৰুদ্যানত পৰিণত কৰে। ওপৰত উনুকিওৱা খেল খেদাৰ বিষয়ে সুধিলে তেওঁলোকে

কৰ যে সেই খেলিবোৰ খেদিলে মগজ বাঢ়ে। উঃ! মগজ বঢ়োৱা কি দৰব!! ক'তা দেখোন তেওঁলোকৰ বাঢ়ি উঠা মগজৰ প্ৰতাপ সাহিত্য, কৃষি বিজ্ঞান, শিল্প, ৰাজনীতি যুদ্ধ ক্ষেত্ৰ কোনো ক্ষেত্ৰতে দেখিবলৈ পোৱা নাযায়। এনে বাঢ়ি উঠা মগজৰ প্ৰতাপ সেই খেলবোৰৰ চাৰি বেৰৰ ভিতৰত লোপ পোৱা বৰ দুখৰ বিষয়।

আচল কথা এই যে সময় এনেকুৱা বস্তু যে তাক যি কামতে লগাই দিয়া তাৰ নিশ্চিত ফল দেখিবলৈ পোৱা যায়। ডবা, তাচ আদি খেলোঁতে খেলোঁতে সেই খেলৰ পেছবোৰ শিকি সেই খেলত পৈণত হোৱা যায় মাথোন। এই খেলত পৈণত হোৱা অৱস্থাৰ লগত মগজ বঢ়াৰ বিশেষ সম্বন্ধ একো নাই। খেলাৰো সময় আছে কিন্তু সকলো সময় খেলাৰ কাৰণে নহয়। সেই খেলেই আটাইতকৈ উত্তম যাৰ দ্বাৰা শৰীৰ আৰু মনৰ উৎকৰ্ষ সাধন হয়।

বহুতে এক মিনিট দুই মিনিট দূৰৈৰ এঘণ্টা দুঘণ্টাকো সময় বুলিয়ে গণ্য নকৰে। কিন্তু সময়ৰ মূল বুজোঁতা সকলে আনে এনেয়ে হেৰোৱা সেই সময় খিনিক কাৰ্য্যত খটাই যি আচৰিত ফলৰ অধিকাৰী হৈছে তাক দেখি বহুতে তবধ মানিছে।

এই ক্ষুদ্ৰ সময়ৰ সমষ্টিবোৰৰ মহৎ ব্যৱহাৰ কৰি কত ক্ষুদ্ৰ মহৎ হ'ল, কত নগণ্য মান্যবন্ত হৈ উঠিল, কত মূৰ্খ জ্ঞানী হ'ল, কত দৰিদ্ৰ ধনবন্ত হৈ উঠিল, ক'ত অকৰ্ম্মণ্য কৰ্ম্মবীৰ হ'ল তাৰ কি লেখ আছে?

মহাপুৰুষ সকলৰ জীৱন চৰিত পঢ়িলেই এইটো স্পষ্টকৈ ধৰিব পাৰি যে তেওঁলোকৰ মহৎ কীৰ্ত্তিৰ লগত সময়ৰ সদ্ব্যৱহাৰ লুকাই আছি।

ধনৰ কৃপণ হোৱা দোষৰ কথা কিন্তু সময়ৰ কৃপণ হোৱা প্ৰশংসাৰ কথা। অতিপাত সময়ৰ কৃপণ হোৱা মহা গৌৰবৰ কথা। সময়ৰ কৃপণালি কৰি যি আৰ্জ্জিব পাৰি ধনৰ কৃপণালি তাৰ আগত অতি তুচ্ছ। সময়ৰ কৃপণালি কৰিলে কৃপণালি মহৎ গুণৰ ভিতৰত গণ্য হয়।

চিচেৰোয় কৈছিল—"আনে যি সময় আমোদ প্ৰমোদ বা ভাওনা আদি চাই কটায় এনেকি মন আৰু শৰীৰৰ জিৰণি দিয়ে সেই খিনি সময় মই দৰ্শন শাস্ত্ৰ অধ্যয়নত নিযুক্ত কৰোঁ।"

শুই, বহি, গল্প কৰি কিমান সময় আমি নষ্ট কৰিছোঁ তাৰ তুলনাত আধঘণ্টা বা এঘণ্টা নিচেই ক'ম সময় কিন্তু এই সময়খিনিকে কোনো এটা ভাষা শিকাত প্ৰয়োগ কৰিলে জীৱনত বহু ভাষা আয়ত্ব কৰিব পাৰি। সাধাৰণতঃ কোনো ভাষাৰ তিনিশ শব্দ শিকিলে কথা বতৰা কব পাৰি আৰু দু হাজাৰ শব্দ শিকিলে চিঠি পত্ৰ লিখিব আৰু প্ৰবন্ধাদি ৰচনা কৰিব পাৰি। তাৰে পোন্ধৰ মিনিট সময় যদি আমি অন্ততঃ তিনিটাকৈ শব্দ শিকোঁ তেনেহলে এশ দিনত বা ৩ মাহত কোনো এটা ভাষাত সাধাৰণ ধৰণৰ কথা-বতৰা কব পৰা হ'ম আৰু দুই বা আঢ়াই বছৰৰ ভিতৰতে সেই ভাষাৰে প্ৰায় সকলো ৰকমৰ আলোচনাতে যোগ দিব পৰা হম। সেই

নিৰ্দ্দিষ্টকৈ একালে পেলাই থোৱা সময়খিনিৰ পোন্ধৰ মিনিট সময় নিয়মিত ভাবে ব্যায়াম চৰ্চ্চাত নিযুক্ত কৰিলে আমাৰ শৰীৰক ৰোগমুক্ত কৰি স্বাস্থ্যবান হৈ জীৱন সুখময় কৰিব পাৰোঁ আৰু তাৰ লগে লগে আমাৰা বঢ়াব পাৰোঁ। এনেয়ে হেৰাই যাবলৈ ধৰা এই সময়খিনি সাহিত্য, শিল্প, বিজ্ঞানৰ কোনো এক বিভাগত নিযুক্ত কৰিলে পোন্ধৰ বছৰৰ ভিতৰত নিশ্চয় যেই সেই বিষয়ত পৈণত হৈ উঠিব পাৰি। মাতৃভাষাৰ সাহিত্য চৰ্চ্চাত এই সামান্য সময়খিনি নিযুক্ত কৰিলে ৮ বা ১০ বছৰৰ ভিতৰত যে কত বহুমূলীয়া সম্পদ মাতৃভাষাক দান কৰিব পাৰি তাক ভাবিলে বিস্ময় মানিব লাগে। কাৰণ এই আধঘণ্টা বা এঘণ্টা সময়ত দেশ বিদেশৰ নানা সাহিত্যৰ সুৱলা গ্ৰন্থাদি মাতৃ ভাষাত ভাঙ্গিব পাৰি আৰু সিও জাতীয় সাহিত্যৰ স্থায়ী কীৰ্ত্তি স্বৰূপ হৈ থাকে। আধুনিক উন্নত সাহিত্য বিলাকৰ এটি বিভাগ এনে বিদেশী সাহিত্যৰ ভাঙ্গনীয়ে ওখ ঠাই অধিকাৰ কৰিছে। তাৰ লগে লগে সেই সাহিত্যবোৰৰো নানা প্ৰকাৰে পুষ্টি সাধন হৈছে। যি পুৰণি শঙ্কৰী সাহিত্য অসমীয়াৰ গৌৰৱৰ বস্তু সিও অনুবাদ মূলক সাহিত্য নহয় নে? বৰ্ত্তমান অসমীয়া সাহিত্যৰ এই বিভাগটি অসম্পূৰ্ণ ৰবনে?

নিচেই সামান্য এই সময়খিনিৰ শিক্ষাই দহ বছৰৰ ভিতৰত ভোদা বুধিক চোকা, মূৰ্খক জ্ঞানী আৰু বুদ্ধিহীনক বুদ্ধিমান কৰি তুলিব পাৰে। এই আজৰি সময়খিনিৰ সুব্যৱহাৰে

নিচেই হীনভাৱে যাপন কৰা জীৱনক উন্নত আৰু মহীয়ান কৰি তুলিব। অনির্দ্দিষ্ট জীৱনৰ বাট পোণাই দিব আৰু নির্দ্দিষ্ট জীৱনক উধাই লৈ যাব। এই হেৰাব দিয়া সময়খিনিৰ সদ্ব্যৱহাৰে 'পেটে-ভাতে খাই থকা' জীৱনক মহা সম্মানেৰে 'একঠা চাউলৰ ভাত' খোৱা কৰিব। উঃ এই হেৰাই যাব ধৰা সময়ৰ সদ্ব্যৱহাৰে কি মহৎ ফল উৎপাদন কৰিব পাৰে! ইয়াৰ কি অসীম শক্তি!! আশাহীন উদ্দেশ্যহীন সামান্য নগণ্য এটা ভাঁহি যোৱা জীৱনৰ পাৰ লগাই আৰু পাৰ পোৱা জীৱনক কৃত-কাৰ্য্যতাৰ সৰ্ব্বোচ্চ সোপানত তুলি দি কি অঘটন ঘটাব পাৰে।

এই হেৰাই যাব ধৰা সময় ফেৰিৰ সদ্ব্যৱহাৰ কৰি মহৎ জীৱনৰ লোক সকলে কি আচৰিত ফল লাভ কৰিছে তাক ভাবিলে বিস্ময় নামানি নোৱাৰি।

বিশ্ব বিখ্যাত কবি গেটেই এবাৰ বৰ ডাঙ্গৰ ৰজা এজনৰ সৈতে দেখা কৰিবলৈ গৈ তেওঁৰে সৈতে কথা পাতি আছিল এনেতে তেওঁৰ মনত এটি সুন্দৰ ভাবৰ উদয় হ'ল। 'অলপ পৰলৈ ক্ষমা কৰিব' বুলি তেওঁ ওচৰৰ খোঁটালী এটাত সোমাই সেই ভাবটো তেতিয়াই লেখি পেলালে। সেই ভাবটো 'ফষ্ট' নামে তেওঁ লিখা কিতাপ সম্বন্ধে আছিল। জানোচা আন ফালে সেই ভাবটো বিফলে যায় এই কাৰণে পলম নকৰি এনে আজৰি নথকা সময়তো সময় উলিয়াই লেখি থলে।

হায়! দেখা নাপাওঁ আমি সহতৰ মহতালি যে এই খিনিতে!

স্বনামধন্য কবি পোপে ৰাতি বিছনাৰ পৰা উঠিও কোনো কোনো ভাব লেখি থৈছিল।

বীচাৰ ক্ৰাউডৰ 'ইংলণ্ড' নামেৰে কিতাপখন তেওঁ 'ডিনাৰ' খাবলৈ ৰখা পৰ খিনিতে অলপ অলপকৈ লেখি শেষ কৰে।

প্ৰসিদ্ধ গ্ৰোট চাহাবে বেঙ্কাৰৰ কাম কৰি যি এফেৰি সময় পাইছিল তাকেই কামত লগাই 'গ্ৰীচৰ বুৰঞ্জী' নামেৰে এখনি অনুপম কিতাপ লেখে।

ডাক্তৰ বাৰ্নীয়ে ঘোঁৰাৰ ওপৰত উঠি ফুৰিবৰ সময়খিনিতে ফ্ৰেঞ্চ আৰু আৰু ইটালী ভাষা শিকে।

ডাক্তৰ মেছন গুডে লণ্ডনলৈ ৰোগী চাবলৈ ঘোঁৰাত উঠি যাওঁতে লুক্ৰেটীয়াচ নামৰ কিতাপখনি তৰ্জ্জমা কৰিছিল।

নামজ্বলা কবি লংফেলোৰ 'কফি' উতলাবলৈ যি দহ মিনিট সময় লাগিছিল তাকেই কামত খটাই ইনুফাৰনো নামৰ কিতাপ-খন কেইবা বছৰলৈকে অলপ অলপকৈ লেখি শেষ কৰে।

মেডাম ডি জেনিলিচে ফ্ৰান্সৰ ৰাজকুমাৰীক দৈনিক পাঠ দিবলৈ গৈ যি অলপ সময় ৰখিব লগীয়া হৈছিল, সেই সময়-খিনিতে তেওঁ সুন্দৰ সুন্দৰ কিতাপ লেখিছিল।

মহা কবি মিল্টন চাৰিটা কি পাচোঁটা ডাঙৰ বাব লৈ যি কিঞ্চিৎ সময় পাইছিল, সেই সময়খিনিতে গুৰু ভাবপূৰ্ণ সুন্দৰ সুন্দৰ কবিতা ৰচনা কৰিছিল।

গেলিলিও নিজে চাৰ্জ্জন আছিল কিন্তু তেওঁ আজৰি সময়-খিনি কামত খটাই বহু নতুন তথ্য আবিষ্কাৰ কৰে।

মন্ত্ৰীবৰ গ্লাডষ্টোন তেওঁৰ গোটেই জীৱনত সৰু কিতাপ এখনি জেপৰ ভিতৰত লৈ ফুৰিছিল। জানোচা এটি মুহূৰ্ত্তও তেওঁৰ হাতৰ পৰা কেনেবাকৈ সৰকি যায়।

মাইকেল ফেৰাডেই কিতাপবন্ধা কামত লাগি থাকোঁতে তেওঁৰ অবসৰ সময়খিনি নানা বিষয়ৰ বৈজ্ঞানিক পৰীক্ষাত নিযুক্ত কৰিছিল। এবাৰ তেওঁ বন্ধু এজনলৈ এইদৰে লেখিছিল "মাক মাথোন সময় লাগে। আহা! আহা! মই যদি সস্তা দৰত আমাৰ আজিকালিৰ ভদ্ৰলোক সকলৰ অবসৰ সময়খিনি নাইবা দিনবোৰ কিনিব পাৰিলোঁহেতেন।" সাবধান! সাবধান!! বুদ্ধিমান মানুহে তুমি এলাহত কটোৱা সময়খিনি যেন এইদৰে সস্তাদৰত বা বিনা দামত কিনিবলৈ নাপায়। এতিয়াও তুমি এক মহা সম্পদৰ ৰাজ ৰাজেশ্বৰ। জানিবা হেলাৰঙ্গেৰে যদি এই মহা সুযোগ হেৰোৱা তেনেহলে আনে এই সুযোগ কেতিয়াও এৰি নিদিয়ে। অবাবত এই সুযোগ হেৰালে কাক তুমি দুষিবা? অৱশেষত এদিন বৰ দুখেৰে গম পাবা যে এক মহা সম্পদৰ অধিকাৰী হৈ তুমি ছালছিগা ভিকহু মাত্ৰ আৰু আনফালে সেই একে আৰু অদ্বিতীয় বস্তুৰে সদ্ব্যৱহাৰ কৰি আন এজনে অটুট স্বাস্থ্য, অগাধ বিদ্যা আৰু অতুল ধনৰ অধিকাৰী হৈ নিজৰ জীৱন ধন্য কৰিছে।

---

# জীৱনৰ মিছা অহঙ্কাৰ।

(Vanity of life—Prior.)

জ্বলি থকা জুই হস্তে ধোঁৱা উঠি যেনে
খন্তেকতে শূন্যে মিলি যায়,
বতাহ আশ্ৰয় কৰি মেঘ যেন উৰি
খন্তেকতে আকাশ ঢকায়,
সিদৰে দুদিন মাত্ৰ মানব জীৱন,
খন্তেকতে হই যায় ক্ষয় ;
দুদিন এদিন মাথো জিবনী দেখত,
খন্তেকতে ছাৰ্ খাৰ্ হয় ॥
সকলোৰে সমভাগী মৃত্যু শয্যাখানি
পাবা তুমি যত্তে তত্তে নৰ,
মিছাতেই আছে বুলি মান যশ হেৰা
নকবা নিজৰ কৰি বৰ,
কৃপণৰ কৃপণালি আৰু অহঙ্কাৰ
মৃত্যু হলে লয় হই যায় ;
মই ধনী মানী বুলি নকৰা গৰব
নিদিয়া মৃত্যুক হেৰা লায় ॥
নিজকেই বৰ ভাবি সময় নিয়াই
নেথাকা নেথাকা তুমি ৰই,
অমৰ নোহোৱা তুমি মৰিব লাগিব
কৰা কাম শক্তি অনুযায়.

পূৱাতে সুৰুজ উঠি সন্ধ্যা অস্ত যায়
সাধি নিজ কৰ্ত্তব্য দিনত,
পুনৰ কৰ্ত্তব্য স্মৰি দেৱ দিবাকৰে
দেখা দিয়ে পুনু আকাশত ॥
তেন্তে তুমি নিজে নিজে কিয় বৰ ভাবা
কৰিছা তোমাৰ নিজ কাম,
নিজতেই ব্যস্ত মাথোঁ আছা দিন ৰাতি
কৰা নাই আনৰ সকাম ,
নিজ নিজ কাম লই নোহোৱা গৰবী
উচ্চ নীচ নেভাবা মনত,
মৰণ শৰণ কৰি ঘণে আগবাঢ়ি
কৰা কাম সদা অবিৰত ॥
পুৱাতে ফুলফুলি ওৰে দিনলই
চাৰি দিশে সৌৰভ বিলায়,
পাতে জকৃমকৃ হৈয়ো গছলতিকাই
জাৰকালি লঠা পুনৰায়,
লভি কত ৰূপ গুণ কেনে নম্ৰভাবে
থাকে সদা কিয়নো নোচোৱা ;
একেজন খনিকৰ গছকি তোমাৰ
তেন্তে হেৰা কি বিশেষ কোৱা ?
মানব তোমাৰ নাম সিবোৰ তিৰিণ
অহঙ্কাৰী বেচি তুমি হোৱা
চঞ্চল মনক তুমি নোৱাৰা বান্ধিব
যদিও মানব বুলি কোৱা।

# কালিদাস।

প্ৰায় দুহেজাৰমান বছৰৰ আগেয়ে উজ্জয়িনী নগৰত মহাকবি কালিদাসৰ জন্ম হয়। কালিদাস সৰুকালত বৰ উদ্ধত স্বভাৱৰ লৰা আছিল ; লিখা পঢ়াত মন নিদি কেৱল ধেমালিত সময় কটাইছিল। যদিও পিতাকে কালিদাসৰ ৫।৬ বছৰ হওঁতেই বামুণীয়া পঢ়াশালিত পঢিবলৈ দিছিল, তথাপি কালিদাসে লগৰীয়া লৰাৰ লগত হাই-কাজিয়া আৰু দুষ্টালি কাম কৰাৰ বাহিৰে আন একোতে মন নিদিছিল। আন কি গুৰুৱে তেওঁৰ দুষ্টালিৰ বাবে গালিশপনি পাৰিলে গুৰুক ওলোটায়ো দিছিল। এনেকৈ কালিদাসে সদায় দুষ্ট কামতহে সময় নিয়াইছিল। ভালেদিন পঢ়াশালিত থকাতো বৰ্ণজ্ঞান হৈ নুঠিল। শেষত কালিদাসৰ আচাৰ ব্যৱহাৰত পিতাকৰ আমনি লাগি পঢ়াশালিৰপৰা এৰুৱাই নিলে। পঢ়াশালিৰপৰা এৰুৱাত কালিদাসে আৰু সুচল পাই নিজ ইচ্ছামতে উদ্ভণ্ডালি কৰি ফুৰিবলৈ ধৰিলে।

লাহে লাহে কালিদাস ১৪।১৫ বছৰীয়া হল। ১৪।১৫ বছৰীয়া হওঁতেই পিতাকো লোকান্তৰ হল। পিতাকৰ মৃত্যুত কালিদাস মাতৃৰ তত্ত্বাৱধানলৈ আহিল। মাকে খুজি মাগি পোৱে সৈতে পোহ-পাল যাবলৈ ধৰিলে। এদিন মাকে ভাত ৰান্ধিবলৈ খৰি নোহোৱা দেখি কালিদাসক ওচৰত থকা গছৰ

কেইটামান শুকান ঠাল ভাঙ্গি আনিবলৈ কলে। মাকৰ কথামতে কালিদাসে শুকান ঠাল ভাঙো বুলি গছত উঠিল। এই গছত উঠি থকা অৱস্থাত কালিদাস এজনৰ বিশেষ চকুলৈ আহে। এনেকুৱা এটা কিংবদন্তি আছে যে, কালিদাসৰ এই কালত মণিকেশ্বৰ নামেৰে এজন ৰজাই গৌড়দেশ শাশন কৰিছিল। সেই ৰজাৰ এজনী দীপ্‌লিপ্‌ কন্যা আছিল। কন্যাটিয়ে নানা শাস্ত্ৰত ব্যুৎপত্তি লাভ কলিছিল। এই কন্যাটিয়ে পণ কৰিছিল যে, যেয়ে তেওঁক ঘটুৱাব পাৰিব, তেওঁ তালৈকে বিয়া সোমাব। এই পণ দেশ বিদেশত প্ৰচাৰ হল। নানা ঠাইৰ পৰা নানা পণ্ডিত আহি কন্যাটিৰ লগত বাদ্‌বিতণ্ডা কৰিবলৈ ধৰিলে। একোপিনেই কন্যাটিক কেৰেঁ হাৰ মনাব নোৱাৰে। সকলো পণ্ডিত, সজ্জন মহা লাজত পৰিল। পিচত ৰজাৰ সভাপণ্ডিত সকলৰ খং উঠি কন্যাটিক ছল কৰি এজন যধা মূৰ্খৰ লগত বিয়া দিবলৈ ফিকিৰ কৰিলে। মূৰ্খ বিচাৰিবৰ নিমিত্তে গুপ্তভাবে দস্তুৰ মতে চৰ নিযুক্ত হল। চৰ আহি এই কালিদাস উঠি থকা গছৰ তল পালেহি। গছৰ তল পাই ডালত কোবোৱা ঠকৃঠকনি শব্দ শুনি ওপৰৰ পিনে চাই দেখে যে এজন মানুহে এডাল শুকান ঠালৰ আগত উঠি, সি উঠা ঠালটোৰ গুৰিত কাটিবলৈ ধৰিছে। চৰে দেখিয়ে ভাবিলে যে, ইয়ে যধা মূৰ্খ। নহলে ই উঠি থকা ঠালটো কাটিব কিয়? ই অৱশ্যে কাণ্ড-জ্ঞানৰহিত, তেতিয়া চৰে এই কথা মনতে গুণি কালিদাসক গছৰপৰা নামি আহিবলৈ কলে। কিন্তু কালিদাসে তাৰ কথা

নুগুনি ঠালটো কাটিলে, আৰু ঠালে মানুহে আহি মাটিত পৰিল। চৰে কালিদাসক নিবলৈ বহুত চেষ্টা কৰিলে আৰু নানা ধন বস্তুৰ লোভ দেখুৱাই তাক লগত লৈ যাবলৈ সম্মত কৰালে। কালিদাসে তুনাই মাকক খবৰ দিবলৈ নাহি আনন্দত পুলকিত হৈ চৰৰ লগে লগে গল। চৰে নি কালি-দাসক সভাপণ্ডিতসকলক গতাই দিলে। সভাপণ্ডিতসকলে গোপনে সকলো কথা কালিদাসক ভাঙ্গিছিঙ্গি কলে আৰু ভাল কাপোৰেৰে সজাই পৰাই ৰাজসভাত থিয় কৰি ৰাজকন্যাৰ লগত তৰ্ক কৰিবলৈ অহা বুলি ঘোষণা কৰি দিলে। সভামণ্ডপত আহি নানা জনসমাজৰ সমাবেশ হল। পণ্ডিতসকলে কালি-দাসক শিকাই থৈছিল যে, যেয়ে যেতিয়া যি কথাবাৰ্ত্তা সোধে, তাৰ উত্তৰ যেন আকাৰে ইঙ্গিতে দিয়ে আৰু সভাত যেন ধীৰ গম্ভীৰ মূৰ্ত্তি ধৰি মৌনব্ৰত অৱলম্বন কৰি থাকে। ৰাজকন্যা সভাস্থললৈ আহিলত তৰ্ক হল। প্ৰশ্নৰ উত্তৰস্বৰূপে কালিদাসে এবাৰ হাতৰ আঙ্গুলি এটাৰে ভঙ্গি কৰি দেখুৱালে। ইয়াত্ত ৰাজকন্যাই ভাবিলে যে, কালিদাসে এক ঈশ্বৰৰ অস্তিত্ব সম্বন্ধে কৈছে। আকৌ প্ৰশ্ন কৰাত কালিদাসে সেইবাৰ দুটা আঙ্গুলি দেখুৱালে। এইবাৰ ৰাজকন্যাই ভাবিলে যে, এখেত ২য় ঈশ্বৰ স্বৰূপ। ৰাজকন্যাই বুজাৰ বাহিৰেও কালিদাসৰ ইঙ্গিতক পণ্ডিতসকলে নানা ভাবে কঠিন আৰু গূঢ় অৰ্থ বাহিৰ কৰি সভাত ভাঙ্গি কবলৈ ধৰিলে। ৰাজকন্যাই কালিদাসৰ ইঙ্গিতৰ বেচি অৰ্থ উলিয়াব নোৱাৰিলে। কন্যাই হাৰ মানিলে আৰু

কালিদাসত বিয়া সোমাবলৈ বাধ্য হল। ৰজাই কালিদাসৰ লগত ৰাজকন্যাক আনি সমাৰোহে বিয়া দিলে। বিয়া গলত কালিদাসে ৰাজপ্ৰাসাদত দিন কটাবলৈ ধৰিলে।

এদিন আইদেউ আৰু কালিদাস এটা ঘৰত বহি আছে। এনেতে এটা উটে মতা শুনিলে। উটৰ মাত শুনি আইদেৱে কালিদাসক কিহৰ মাত বুলি সুধিলে। কালিদাসে 'উষ্টে' মাতিছে বুলি কলে। আইদেৱে সিবাৰ নিজৰ শুনাতভুল হোৱা বুলি ভাবি নুশুনাৰ ভাও ধৰি পুনৰায় সুধিলে। এইবাৰ কালিদাসে 'উট্টে' মতা বুলি কলে। এইবাৰ আইদেৱে কালিদাসৰ ভুল হোৱাটো প্ৰত্যয় মানিলে আৰু কালিদাসক বৰ ঘৃণাৰ চকুৰে চালে; স্বামী যে এনেকুৱা নিৰ্ব্বোধ, তাক ভাবি কান্দিবলৈ ধৰিলে আৰু বিধাতাঁক দোষ দি এইদৰে কলে * :—

বিধাতা কুপিত হলে কোনো কাজেই সিদ্ধি নহয়। যি মূৰ্খ ই উষ্ট্ৰ শব্দ উচ্চাৰণ কৰোঁতে এবাৰ 'ৰ'কাৰ এবাৰ 'ষ'কাৰ লোপ পেলায়, তাৰ লগতহে মোক বঞ্চিবলৈ দিলে!

কালিদাসৰ এই ঘটনা দেখি মমত বৰ ধিক্কাৰ লাগিল।

* কিং ন কৰোতি বিধিৰ্যদি ৰুষ্টঃ।
কিং ন কৰোতি স এবহি তুষ্টঃ॥
উষ্ট্ৰে লুম্পতি ৰম্বা ষম্বা।
তস্মৈ দত্তা বিপুল নিতম্বা॥

আৰু যেনেকৈ পাৰোঁ তেনেকৈ সৰস্বতী দেবীৰ কৃপা লভিম বুলি মনত সংকল্প কৰি ওটবীলৈ শৈ সৰস্বতী দেবীৰ আৰাধনাত দিন ৰাতি কটাবলৈ ধৰিলে। এনেকৈ দুদিনমান নিৰাহাৰে থাকি এদিন পিয়াহত বৰ আতুৰ হৈ ওচৰতে থকা পুখুৰী এটিৰ পানী কেইচলুমান খাই এজোপা গছৰ তলত টোপনি গল। সেই টোপনি অহা অৱস্থাত তেওঁ এটা সপোন দেখিলে; তেওঁৰ মাকে যেন গৈ সৰস্বতী দেবী সুপ্ৰসন্ন হব বুলি একমনে আৰাধনা কৰিবলৈ কলে। সপোন দেখি সাৰ পাই কালিদাসে কান্দি কান্দি সৰস্বতী দেবীক প্ৰাৰ্থনা কৰিবলৈ ধৰিলে। সেই সময়ত হঠাৎ এজনী বুঢ়ী উপস্থিত হৈ কালিদাসক কন্দাৰ কাৰণ সুধি জানিব পাৰি তেওঁৰ মনোৰথ সিদ্ধি হব বুলি কৈ নাইকিয়া হল। আকৌ খন্তেক পৰতে সৰস্বতী আই বেশ ধৰি আগত উপস্থিত হৈ কালিদাসক সৰস্বতী দেবীক স্তুতি কৰিবলৈ শিকাই দিওঁ বুলি কলে। আৰু ওচৰৰ পুখুৰীত গা ধুই আহিলত সৰস্বতী দেবায়ে কালিদাসক 'ব্ৰহ্ম' বুলিবলৈ কলে। কিন্তু কালিদাসে 'ব্ৰেহ্ম' বুলিলে, ব্ৰহ্ম বুলিব নোৱাৰিলে। এইবাৰ সৰস্বতী দেবীয়ে নিজৰ মূৰ্ত্তি ধৰি কালিদাসক 'তোমাৰ মঙ্গল হওক' বুলি কলে। আৰু কলে এই যে, তোমাৰ আগত কুণ্ডটো দেখিছা, তাত ডুব মাৰা আৰু পানীৰ তলত যি পোৱা তাকে তুলি আনা। কালিদাসে ডুব মাৰি অলপ বোকা আনিলে। আকৌ দেবীয়ে ডুব মাৰিবলৈ কলে। এইবাৰ কালিদাসে ডুব মাৰি এটা পদুমফুল আনিলে। দেবীয়ে

তেতিয়া কালিদাসক সুধিলে, "সেইয়া কি ?" কালিদাসে "পঙ্কজ"* বুলি দেবীক স্তুতি কৰি কলে—

"মোৰ আগ হাতত পদ্ম আৰু বাওঁ হাতত এটা ফুলা উৎপল আছে। হে পঙ্কজলোচনে ! তোমাক ইয়াৰ কোনটি লাগে ?" দেবীয়ে কলে, "তোমাৰ যি ইচ্ছা তাকে দিয়া।" কালিদাসে এই কথা শুনি ফুলা উৎপলটিকে দেবীক অৰ্পণ কৰিলে। দেবীয়ে কালিদাসৰ পুষ্পাঞ্জলিত তুষ্ট হৈ এই বুলি বৰ দিলে, 'কালিদাস, আজিৰ পৰা মই তোমাৰ কণ্ঠত থাকিম, কিন্তু কালিদাস, তুমি নাজানানে যে স্তৱ কৰিবলৈ হলে আগেয়ে চৰণ বন্দনা কৰিব লাগে। কিন্তু তুমি তাক নকৰি মোৰ মুখমণ্ডল প্ৰথমতে বৰ্ণনা কৰিলা। সেইবাবে কালত তুমি এজন নিকৃষ্ট মানুহৰ হাতত পৰাস্ত হবা।" কালিদাসে দেবীৰ কথা শুনি শাপৰ পৰা মুক্ত কৰিবলৈ বৰ অনুনয় প্ৰাৰ্থনা কৰিলে। কিন্তু দেবীয়ে কলে, "এই বিষয়ত মোৰ একো হাত নাই ; বিধাতা ইয়াৰ কৰ্ত্তা।" ইয়াকে কৈ দেবীয়ে কালিদাসক বিষ্ণু শিৰোমণি নামে এজন অধ্যাপকৰ তলত বিদ্যা অধ্যয়ন কৰিবলৈ আজ্ঞা কৰি অন্তৰ্দ্ধান হল।

সৰস্বতী দেবীৰ বৰপ্ৰাপ্ত কালিদাসৰ একো সম্বল

---

* পদ্মমিদং মম দক্ষিণ হস্তে
বামকৰে লসদুৎপলমেকম্।
ব্ৰুহি কিমচ্ছসি পঙ্কজনেত্ৰে
কৰ্কশনালমকৰ্কশনালম্॥

নাই, কেনেকৈ অধ্যয়ন কৰিবলৈ যায়? যি হওক নিজৰ হাতত থকা আঙ্গঠিটোকে বেচিলে। আৰু সেই ধনেৰেই বিষ্ণুশিৰোমণি অধ্যাপকৰ শিক্ষা গ্ৰহণ কৰি অতি অলপ দিনৰ ভিতৰতেই অগাধ পণ্ডিত হৈ গুৰুৰ চৰণত সেৱা জনাই গৌড়দেশলৈ যাত্ৰা কৰিলে। গৌড়দেশলৈ আহি নিজৰ বিদ্যাৰে পণ্ডিতমণ্ডলী সকলোকে চমক লগালে। তেওঁৰ স্ত্ৰী, যাৰ দ্বাৰা কালিদাস এদিন ঘৃণিত হৈছিল, সেই পত্নী আহি কালিদাসৰ ভৰিত দীঘল দি নিজৰ দোষৰ বাবে ক্ষমা প্ৰাৰ্থনা কৰিলে। এতিয়া কালিদাসে পত্নী, বন্দী বেটীয়ে সৈতে নিজ দেশলৈ আহিবলৈ স্থিৰ কৰি যথা সময়ত শুভক্ষণত গৌড়দেশৰ পৰা যাত্ৰা কৰি নিজ ঘৰ পালেহি। কালিদাসৰ মাতৃদেৱী আনন্দত উদ্বাউল হল।

যি কালিদাসৰ জীৱনৰ এভাগ ঘোৰ অন্ধকাৰত আবৃত আছিল সেই কালিদাস বিদ্যাৰ জ্যোতিৰে এতিয়া দেশবিদেশত সম্মানিত। কালিদাসৰ বিদ্যা, কালিদাসৰ প্ৰভাৱ দেখি ৰজা বিক্ৰমাদিত্যই তেওঁক তেওঁৰ নৱ ৰত্নৰ এটি ৰত্ন কৰি লবলৈ বাধ্য হল। এই বিক্ৰমাদিত্য ৰজাৰ উজ্জয়িনী নগৰতে কালিদাস বিশেষভাবে চাৰিও দিশৰপৰা সম্মানিত হবলৈ ধৰিলে।

ধন্বন্তৰি, ক্ষপণক, অমৰসিংহ, শঙ্কু, বেতালভট্ট, ঘটকপৰ, কালিদাস, বৰাহমিহিৰ, বৰৰুচি এই নৱ পণ্ডিতে* বিক্ৰমা-

* ধন্বন্তৰিঃ ক্ষপণকোমৰসিংহশঙ্কু
বেতালভট্ট ঘটকপৰ কালিদাসঃ।

দিত্যৰ সভা উজ্জ্বল কৰি আছিল। বৰৰুচিয়ে কালিদাসক সদায় বিদ্বেষৰ চকুৰে চাইছিল বৰৰুচিয়ে নিজে ভাবিছিল যে, তেওঁ কালিদাসতকৈ শত গুণে শ্ৰেষ্ঠ। এই ভাবে তেওঁক বৰ গৰ্ব্বী কৰিছিল। ৰজা-প্ৰজা সকলোৱে বৰৰুচিৰ এই ভাব জানিব পাৰিলে। পিচত ৰজা বিক্ৰমাদিত্যই তাৰ প্ৰমাণ লবলৈ এদিন সভাস্থলত বহি থাকোঁতে আগতে এডোখৰ শুকান কাষ্ঠ পৰি থকা দেখি বৰৰুচিক সুধিলে, "বৰৰুচি! সেইডোখৰ আগত কি আছে?" বৰৰুচিয়ে কলে:—'শুষ্কং কাষ্ঠং তিষ্ঠতি অগ্ৰে'। বৰৰুচিৰ কথা শুনি ৰজাই কালিদাসক সেই একে প্ৰশ্নকে কৰিলে। কালিদাসে ৰজাৰ প্ৰশ্নৰ উত্তৰত এইদৰে কলে:—

'নীৰস তৰুবৰঃ পুৰতো ভাতি'।

আগত শুকান কাঠডোখৰ পৰি আছে, তাকে দুই কৰিয়ে দুই ভাষাত কলে। কিন্তু কালিদাসৰ ভাষা কেনে আৰু বৰৰুচিৰ কেনে? কালিদাসৰ ভাষা প্ৰাঞ্জল। কালিদাসৰ ভাষাই কালিদাসৰ প্ৰবীণতা দেখুৱালে। ইয়াতে বৰৰুচি অপ্ৰস্তুত হল। আৰু সেই দিনৰ পৰা কালিদাস আৰু তেওঁৰ পাৰ্থক্য বুজি লৈ কালিদাসৰ লগত সদ্ভাব ৰাখি চলিবলৈ ধৰিলে।

ঘটকৰ্পৰৰো কালিদাসৰ লগত বৰ জেদ আছিল। তেওঁ

---

খ্যাতো বৰাহমিহিৰো নৃপতে সভায়াং
ৰত্নানি বৈ বৰৰুচিৰ্ণৱ বিক্ৰমস্য॥

নানা চেষ্টা, নানা ছল কৰিও কালিদাসক হেৰুৱাব নোৱাৰি অৱশেষত নিজে হাৰ মানিলে। আৰু কালিদাসৰ শ্ৰেষ্ঠত্ব দেখুৱাবৰ গুণে এই কবিতা আবৃত্তি কৰিছিল* :—

ফুলৰ ভিতৰত জাতি ফুল, নগৰৰ ভিতৰত কাঞ্চী, ৰমণীৰ ভিতৰত ৰম্ভা, পুৰুষৰ ভিতৰত বিষ্ণু, নদীৰ ভিতৰত গঙ্গা, ৰজাৰ ভিতৰত ৰাম, কাব্যৰ ভিতৰত মাঘ, কবিৰ ভিতৰত কালিদাস শ্ৰেষ্ঠ।

এনেকৈ কবিকুল শিৰোমণি কালিদাসে চাৰিওপিনে শ্ৰেষ্ঠত্ব লভিছিল। তেওঁ ভাবৰ মাধুৰ্য্যত, ভাষাৰ লালিত্যত অদ্বিতীয় হৈ উঠিছিল। বিদ্যাৰ প্ৰভাৱে তেওঁৰ নাম চিৰ-স্মৰণীয় কৰি তুলিছিল। তেওঁ সংস্কৃত সাগৰ মথি জগতত কাব্য আৰু নাটকেৰে উচ্চতম আহি থৈ গল।

---

* পুষ্পেষু জাতি, নগৰেষু কাঞ্চী,
নাৰীষু ৰম্ভা, পুৰুষেষু বিষ্ণুঃ,
নদীষু গঙ্গা, নৃপতিষু ৰামঃ
কাব্যেষু মাঘঃ কবি কালিদাসঃ।

# ঈশ্বৰ-স্তুতি।

আহা! কি সুন্দৰ
বিশ্ব মনোহৰ
যেতিয়া যি দিশে চাওঁ।
পবিত্র হাতৰ
সৃজিত তোমাৰ
কত বস্তু দেখা পাওঁ।
তোমাৰ করুণা
সকলোতে সনা
অনন্ত তোমাৰ নাম।
তোমাৰ মহিমা
তোমাৰ গৰিমা
সকলোতে বিদ্যমান্।
তোমাৰেই ৰবি
ধৰি ন ন ছবি
উষা সন্ধ্যা লগেলই
আকাশ পটত
নিতে উলাহত
থাকে অহা যোৱা কই।
তোমাৰেই ইন্দু
দেখি যাক সিন্ধু
আনন্দে উপচি পৰে;

মধুৰ কীৰণ
কৰি বৰিষণ
জগৎ শীতল কৰে।
তোমাৰেই ভৰা
উজ্জলায় ধৰা
এন্ধাৰে ছাতিলে ৰাতি।
ভাবনা মনত
(যেন) বিশ্ব মন্দিৰত
জ্বলিছে সহস্র বাঁতি।
তোমাৰেই বায়ু
জীৱগণ আয়ু
সৃষ্টি পাতনিৰে পৰা,
তোমাৰেই জল
তোমাৰেই স্থল,
সকলো তোমাৰে গঢ়া।
তোমাৰে সাগৰ
নই সৰোবৰ
তোমাৰেই গিৰিবন,
মৰু বা প্রান্তৰ
দ্বীপ দ্বীপান্তৰ
তৰু তৃণ অগণন।

তোমাৰ গভীৰ
নাদ জলধিৰ
মেঘৰ গম্ভীৰ ধ্বনি।
তোমাৰে ললিত
বিহগৰ গীত
তুমিয়ে আনন্দ খনি।
তোমাৰ জেউতি
স্বৰগ-দীপিতি
ঢালা পুষ্প পৰাগত।
নীলিম গগনে
তোমাৰ বৰণে
দিয়ে সুখ নয়নত।
কত ৰূপে তুমি
হে হৃদয় স্বামি,
কৰুণা শিতৰা নিতে
মাগিম বা কিবা
দিছা যত যিবা
সদায় জীৱৰ হিতে।
তুমিয়ে আমাৰ
আমিয়ে তোমাৰ
তোমাৰ আদেশ পালি
তোমাকেই পুজোঁ।
তোমাকেই বুজো
ভকতি অঞ্জলি ঢালি।

# ৰামচন্দ্ৰৰ প্ৰতি ভৰতৰ উক্তি।

অযোধ্যাৰ ৰাজা, দশৰথে, তেওঁৰ জ্যেষ্ঠ পুত্ৰ ৰামচন্দ্ৰক যুবৰাজ পাতিবৰ ইচ্ছা কৰিলত তেওঁৰ প্ৰিয় ভাৰ্য্যা কৈকেয়ীয়ে সেই কথাত অমান্তি হৈ ৰামক বনলৈ পঠাই তেওঁৰ পুতেক ভৰতক যুবৰাজ কৰিবৰ নিমিত্তে কোৱাত বুঢ়া ৰজাই লাগী আৰু যুবতী ভাৰ্য্যাৰ কথা পেলাব নোৱাৰি ইঙ্গিতেৰে সেই কথাত সম্মতি দিলে, আৰু তদনুসাৰে ৰামে বনলৈ যাত্ৰা কৰিলে। তেতিয়া ভৰত অযোধ্যাত নাছিল, উলটি আহি ৰামৰ বনবাসৰ, আৰু, আৰু সেই শোকত দশৰথ-ৰাজাৰ মৃত্যু হোৱাৰ, বাৰ্ত্তা পাই অত্যন্ত শোকেৰে ৰামক বিচাৰি গৈ তেওঁৰ আগত তলত লিখা কথাবিলাক কয়। তাৰদ্বাৰা নিজ জ্যেষ্ঠ ৰামচন্দ্ৰলৈ তেওঁৰ যিমান চেনেহ আৰু ভক্তি আছিল, সি উত্তমৰূপে প্ৰকাশ পাইছে।

ভৰতে কলে, "হে শত্ৰুনাশক! পৃথিবীত আপোনাৰ তুল্য কোন আছে? আপুনি দুখত কাতৰ ন হয়, সুখেও আপোনাৰ অহঙ্কাৰ বঢ়াব নোৱাৰে। বুঢ়া লোকবিলাকেও আপোনাক সৎকাৰ কৰে, আৰু কোনো কথাত সংশয় হলে আপুনিও তেওঁ-বিলাকৰ পৰামৰ্শ লয়। যিবিলাকে আপোনাৰ দৰে নিজৰ হিতাহিত বুজে, তেওঁবিলাক কেতিয়াও কষ্টত নপৰে। আৰু আপোনাৰ মহানুভৱতা, সত্যবাদিতা, বহুদৰ্শিতা, জ্ঞান আৰু

বুদ্ধি আছে ; সেইবিলাক গুণেই আপোনাৰ মন যে দেৱতাৰ তুল্য, তাৰ বিশেষ প্ৰমাণ দিছে। সেই মনত এই সংসাৰ যে অনিত্য আৰু অসাৰ, এই কথাৰ সম্পূৰ্ণ বোধ আছে ; এতেকে দুখ বা হানিৰপৰা তাত বিকাৰ ন জন্মে। এই কাৰণ মই প্ৰবাসত থাকোঁতে মোৰ অল্পবুদ্ধি আৰু দুৰ্ম্মতি মাতৃয়ে মোৰ ভালৰ নিমিত্তে ব্যগ্ৰ হৈ যি ঘোৰ অপৰাধ কৰিছে, তাক ক্ষমা কৰোক। মই পুত্ৰৰ কৰ্ত্তব্যৰ দ্বাৰা আবদ্ধ ; এতেকে তেওঁক জগৰৰ উপযুক্ত শাস্তি দিব নোৱাৰোঁ। মই মহামতি দশৰথৰ পুতেক আৰু পাপ, পুণ্য এই দুইৰ প্ৰভেদ জানো ; এতেকে কেনেকৈ গৰিহিত কাম কৰিম ? আমাৰ পৰম মান্য পিতৃ, ৰাজা দশৰথ লোক সকলৰ পূজ্য আছিল, আৰু দেৱতাৰ দৰে সভাক উজ্জ্বল কৰিছিল ; তেওঁৰো নিন্দা কৰিব নোৱাৰোঁ। কিন্তু যুক্তি আৰু ধৰ্ম্মৰ বোধ থকা কোনো মানুহে তিৰোতাৰ কথা শুনি এনে অন্যায় আৰু ৰাজনীতিৰ বিৰুদ্ধ কাম কৰিব নোৱাৰে। বেদৰ বচন এটি মোৰ মনত পৰিছে, তাৰ অৰ্থ এই যে, মৃত্যু ওচৰ চাপিলে সকলো প্ৰাণীৰ বুদ্ধি আৰু শক্তিয়ে লোপ পায় ; আমাৰ পিতৃৰাজাৰ কাৰ্য্যৰ দ্বাৰা সেই বচনৰ সত্যতা সপ্ৰমাণ হৈছে। আপুনি সৎপুত্ৰ, এতেকে কুপিত ভাৰ্য্যাৰ বশ হৈ, বিবেচনা ন কৰাকৈ আমাৰ পিতৃয়ে যি অকৰ্ম্ম কৰিলে, আপুনি তাক মাৰ্জনা কৰিব লাগে। যি পুত্ৰে পিতৃৰ দোষ গণনা ন কৰে, তেওঁ হে স্বৰূপ পুত্ৰ, আৰু সকলোৰে আদৰ পায়। ইয়াৰ অন্যথা কৰিলে ওলোটা ফল হয়। আপুনি তেনে পুত্ৰ হওক,

আৰু পিতৃৰ কু কৰ্ম্মক প্ৰখ্যাত ন কৰিব, কিয়নো তাকে কৰিলে আপুনি সকলোৱে নিন্দাৰ পাত্ৰ হব। হে বীৰ! মোক আৰু মোৰ মাতৃ কৈকেয়ীক ত্ৰাণ কৰোক। পিতৃৰ নাম-ৰক্ষা, আৰু আমাৰ মিতিৰ, কুটুম আৰু প্ৰজাবিলাকক প্ৰতিপাল, কৰা আপোনাৰ উচিত। ক্ষত্ৰিয়ৰ বনবাস কেনে অসঙ্গত। যি লোকে প্ৰজাক পালন কৰিব লাগে, জটাৰ ভাৰ বৈ আৰু বাকলিবসন পিন্ধি হাবিত থকা, তেওঁৰ কেনে অযুগুত। এতেকে পিতাৰ তেনে আজ্ঞা মান্য ন হয়।

ধৰ্ম্ম-শাস্ত্ৰৰ নিয়ম অনুসাৰে সিংহাসনত উঠি প্ৰজাপালনকৰা ক্ষত্ৰিয়ক প্ৰধান কৰ্ম্ম। কোন ক্ষত্ৰিয় ইমান ভ্ৰান্ত হব পাৰে যে, পৰোপকাৰ কৰিবৰ বৰ্ত্তমান, নিশ্চিত আৰু স্থিৰ উপায়ক ত্যাগ কৰি অনিশ্চিত আৰু আশঙ্কা-যুক্ত ভবিষ্যৎ উপায়লৈ আশা কৰিব? যদি শাৰীৰিক ক্লেশ সহি, কষ্ট-সাধ্য কৰ্ম্ম কৰিবৰ আপোনাৰ ইচ্ছা হৈছে, তেন্তে আপুনি ন্যায় অনুসাৰে চতুৰ্ব্বৰ্ণ প্ৰজাৰ প্ৰতিপালন কৰাত যি দুখ হয়, তাক গ্ৰহণ কৰি আপোনাৰ বাঞ্ছা পূৰাওক। নীতিজ্ঞ পণ্ডিতসকলে কৈছে যে, চাৰি আশ্ৰমৰ ভিতৰত গৃহাশ্ৰম শ্ৰেষ্ঠ। আপুনি কিয় সেই আশ্ৰম এৰিবৰ ইচ্ছা কৰিছে? মই বয়সে আপোনাতকৈ সৰু আৰু জ্ঞানতো নীহ, এতেকে আপুনি থাকোঁতে মই কেনেকৈ ৰাজ্যৰ ভাৰ লম? মোৰ বুদ্ধি অপৰিপক্ক, উপযুক্ত গুণো নাই, পদতো আপোনাৰ তলতীয়া; এই বিলাক কাৰণৰ নিমিত্তে আপুনি নোহোৱাকৈ জন-সমাজত থাকিবলৈ মোৰ সাহ ন

জন্মে। আপুনি ধৰ্ম্মজ্ঞ, এতেকে পৈতৃক ৰাজ্য গ্ৰহণ কৰি বন্ধু-বান্ধৱেৰে সৈতে তাৰ শাসন কৰোক। ধৰ্ম্ম-কাৰ্য্যৰ বিধি জনা মান্যবৰ বশিষ্ঠে, ইয়াত উপস্থিত থকা ব্ৰাহ্মণ আৰু প্ৰজা-বিলাকেৰে সৈতে, এই ঠাইতে আপোনাক ৰাজ্যত অভিষিক্ত কৰোক। আমাৰ দ্বাৰা অভিষিক্ত হৈ আপুনি অযোধ্যালৈ যাওক, আৰু ৰাজ্য-শাসন কৰি দেৱতা সকলেৰে সৈতে ইন্দ্ৰৰ দৰে শত্ৰুবিলাকক দমন কৰোকগৈ। মানুহৰ জন্ম হলেই যে তিনটা ধাৰ লাগে, সেইবিলাকৰ পৰিশোধ কৰি মোক আপোনাৰ প্ৰজা বুলি জ্ঞান কৰোক, এবং দুষ্টৰ দমন আৰু শিষ্টৰ পালন কৰোক। আপুনি ৰজা হোৱাৰ নিমিত্তে আজি সন্তসকলে আনন্দ পাওক, আৰু দুষ্ট লোকবিলাক দণ্ডৰ ভয়ত দশো দিশে পলাই যাওক। আপুনি মোৰ মাতৃৰ বিদ্বেষ ক্ষমোক, আৰু নগৰলৈ উলটি গৈ আপোনাক বনবাসলৈ পঠোৱাৰ বাবে পিতৃৰ যি দুৰ্নাম হৈছে, তাক দূৰ কৰোক। মই মূৰ দোৱাই প্ৰাৰ্থনা কৰিছোঁ, পৰমেশ্বৰে সকলো জীৱ-জন্তুৰ প্ৰতি যেনে কৃপা কৰে, আপুনি মোৰ আৰু মোৰ বন্ধু-বৰ্গৰ প্ৰতি তেনে কৃপাদান কৰোক।

ভৰতৰ কথা সমাপ্ত হলত ৰামচন্দ্ৰে উত্তৰ কৰিলে,—"হে কৈকেয়ীৰ আৰু মহাৰাজা দশৰথৰ পুত্ৰ! তুমি যি কথা কৈছা, সি যে যুক্তি-যুক্ত, তাত সংশয় নাই। কিন্তু হে ভাই! ভাবি চোৱাচোন আমাৰ পিতৃয়ে যেতিয়া তোমাৰ মাতৃক বিয়া কৰে, তেতিয়া এই ৰাজ্য তেওঁক স্ত্ৰী-ধন স্বৰূপে দিবলৈ অঙ্গীকাৰ

কৰিছিল। তাৰ পাচত দেৱাসুৰৰ তেওঁ দেৱতাবিলাকৰ ফলীয়া হৈ ৰণ কৰোঁতে ঘাইল হোৱাত তোমাৰ মাতৃয়ে যি শুশ্রূষা কৰে, তাৰ দ্বাৰা সন্তুষ্ট হৈ তেওঁৰ বাঞ্ছিত বৰ দিবৰ নিমিত্তে পুনৰায় প্ৰতিজ্ঞা কৰে। তোমাৰ মান্যৱতী মাতাই এতিয়া সেই প্ৰতিজ্ঞা সোৰাঁৰাই দুটা বৰ খোজে,—প্ৰথমটো এই যে, ৰজাই যেন তোমাক ৰাজ্য দিয়ে, আৰু দ্বিতীয়টো এই যে, মোক যেন তেওঁ বনলৈ খেদায়।

ৰাজা প্ৰতিজ্ঞাত আবদ্ধ থকাৰ গুণে এই দুই প্ৰাৰ্থনাৰ বিৰোধে আচৰণ কৰিব নোৱাৰি সেই কথাত মান্তি হল। এতেকে পিতৃৰ আঁজ্ঞাত মই এই ঠাইত থাকিব লগীয়া হৈছোঁ। পিতৃয়ে তোমাৰ মাতৃৰ আগত যি অঙ্গীকাৰ কৰিছিল, তাৰ পালনৰ নিমিত্তে মই চৈধ্য বছৰ বনত থাকিব লাগে ; এই কাৰণেই ভাই লক্ষ্মণ আৰু ভাৰ্য্যা সীতাক লৈ এই হাবিলৈ আহিছোঁ, আৰু পিতৃৰ আজ্ঞা অৱশ্যে পালন কৰিম। তুমিও সেই ৰূপেই শীঘ্রে ৰাজা হৈ তেওঁৰ বাঞ্ছা পূৰ কৰিব লাগে। হে মোৰ ভাই ভৰত! মোৰ কথা লোৱাঁ, আমাৰ পিতৃক অঙ্গীকাৰ-স্বৰূপ ধাৰৰ পৰা মুক্ত কৰাঁ। তুমি ধৰ্ম্ম-নজনা নোহোৱাঁ ; এতেকে পিতাক মুক্ত কৰাঁ, আৰু মাতাকো সন্তোষ দিয়াঁ। অযোধ্যালৈ উলটি যোৱাঁ, এবং শত্ৰুঘ্ন আৰু ব্ৰাহ্মণবিলাকে সৈতে লগ লাগি প্ৰজাবিলাকৰ সুখ-বৃদ্ধি কৰাঁগৈ মই এতিয়াই সীতা আৰু লক্ষ্মণেৰে সৈতে দণ্ডকাৰণ্যত সোমাম। হে ভৰত! তুমি মানুহৰ ওপৰত ৰাজত্ব কৰাঁ গৈ, মই বনৰীয়া

জন্তুক শাসন কৰিম। তুমি আনন্দচিত্তেৰে অপোনা অনুপম নগৰলৈ যোৱাঁ, মই অৰণ্যত প্ৰবেশ কৰোঁ। তোমাৰ মূৰৰ ওপৰত ৰাজছত্ৰে সূৰ্য্যৰ তাপ গুচাই শীতল ছাঁ দিওক; আৰু এই হাবিত থকা গছৰ ছাঁই ৰদৰ তাপৰপৰা মোক ৰক্ষা কৰিব। অসীম বুদ্ধি আৰু নীতিজ্ঞ শত্ৰুঘ্নে পৰামৰ্শৰ দ্বাৰা তোমাৰ সহায়তা কৰিব, আৰু মোৰ পৰীক্ষিত বন্ধু লক্ষ্মণ মোৰ সহায় হব। হে ভৰত! শোক ন কৰিবা। আমাৰ চাৰি ভাইৰ যত্নৰ দ্বাৰা আমাৰ পিতৃৰ অঙ্গীকাৰ সফল হব। ধন্য ৰামচন্দ্ৰ। পিতৃ-ভক্তি আৰু অঙ্গীকাৰ-ৰক্ষাৰ শেষ সীমা দেখাইছা।

# সখিয়তী।

মৰমৰ সখিয়তী,
'সখি ঔ' মাতে মাতি
যেতিয়া মাতাহি তুমি গছৰ ডালত ;
তোমাক চাবলৈ যাওঁ,
দেখি কত প্ৰীতি পাওঁ,
নানা ভাব কত আহি ওপজে মনত ।
তোমাৰ লগত থাকি,
হম কথা হিয়া বাকি,
তোমাৰেই সখী হই ফুৰিম বনত,
নেথাকিব দুখ লেশ,
ধৰিম পখিৰ বেশ,
মুকলিমূৰীয়া হই দেখিম জগত ।
নানা দেশ দ্বীপান্তৰ,
ভ্ৰমি ঘুৰি নিৰন্তৰ,
দৰশি জুৰাম মোৰ মানব পৰাণ ,
সংসাৰৰ লেঠা এৰি,
নানা লীলা খেলা কৰি,
লভিম স্বৰ্গীয় সুখ কটাম জীৱন ।

গছৰ ডালত পৰি,
কি তানত সুৰ ধৰি,
কি সুৰ মিলাই তুমি কিবা গীত গোৱা ?
তোমাৰ ধুনীয়া ৰূপ,
দেখি কেনে অপৰূপ,
মৰমতে পমি যাওঁ কোন তুমি কোৱা।
কোন বিশ্বখনি কৰে,
কিবা তুলি ধৰি কৰে,
আঁকিলে তোমাৰ ৰূপ মনমোহাকই ;
বোধকৰোঁ নিজানত,
বহি তেওঁ মনোমত,
সজাই পৰাই দিলে এনেকুৱা কই ?
শুনাহে বিহঙ্গবৰ,
এনে সুমধুৰ স্বৰ,
কোন বিশ্বখনিকৰে দিলেহে তোমাক,
পামনে পামনে দেখা,
আছে নে কি ভাগ্যে লেখা,
দিবনে অমিয়া স্বৰ দিবনে আমাক ?
শুনা মৰমৰ পখি,
ক'তনো এৰিলা সখি,
কাকনো বিচৰা তুমি ইনাই বিনাই,

অনাই বনাই ফুৰা,
গছ গছান্তৰে ঘুৰা,
ক'তেবা তোমাৰ সেই সখিয়াৰ ঠাই ?
ক'তনো আহিলা এৰি,
নেপাই বনত ঘুৰি,
বিচাৰিছা আহি তুমি মানুহৰ ঠাই ,
তুমি হে বিৰহী পখি,
কতনো এৰিলা সখি,
ক'তনো তোমাৰ সখি আছেনো লুকাই ?
তোমাৰ শুৱলা মাত,
শুনি পৰে হিয়া শাঁত,
নিতউ আহিবা তুমি ইদৰে মাতিব ,
তোমাকেই চাই মই,
সখিৰ স্থানীয় হই,
সাজু হই ৰম সদা সন্নিধান দিব।
নুফুৰিবা তুমি পখি,
বিচাৰি তোমাৰ সখি,
নহবা কাতৰ তুমি বিৰহীৰ দৰে ;
তোমাৰ দেখিলে দুখ,
নেথাকে মনত সুখ,
পৰাণ কাতৰ হয় বিননীয়া সুৰে।

উৰি আহি কথমপি,
মোৰ কাষতেই থাকি,
সখি বুলি মাতিলেই দেখা আহি দিম ;

নেথাকিব দুখ লেশ,
দৰ্শিলে তোমাৰ বেশ,
লগে ভাগে দুয়ো থাকি দুয়ো উমলিম।

---

# শ্রীদামোদৰদেৱ।

(১৭০০) চৌধ্য শ শকৰ শেষ ভাগত বৰ্ত্তমান কামৰূপ জিলাৰ অন্তৰ্গত হাজোৰ ওচৰৰ বত্নেশ্বৰ গাওঁত সদানন্দ নামে এজন সচ্চৰিত্ৰ ব্ৰাহ্মণ আছিল। তেওঁৰ পত্নী ধৰ্ম্মশীল ব্ৰাহ্মণৰ কন্যা সুশীলা দেৱী। পিচে তেওঁলোক নগাঁও জিলাৰ অন্তৰ্গত নলচা গাঁওলৈ আহে। সেই সময়ত শ্ৰীশঙ্কৰদেৱ বৰদোৱাত আছিল। শ্ৰীশঙ্কৰ আৰু সদানন্দৰ মাজত বৰ প্ৰীতি ভাৱ আছিল। শ্ৰীদামোদৰদেৱ জন্মাৰ আগেয়ে সদানন্দৰ দুটি পুত্ৰ হয়। তাৰে এজন অপুত্ৰক আৰু আন জনৰ বংশ পৰিয়ালে এতিয়াও কামৰূপৰ খটীয়া মাৰি আৰু গোৱাল পাৰাৰ কঠাল মুৰি, চপলে আদি ঠাইত সত্ৰৰ অধিকাৰ হৈ বিদ্যমান আছে। চৌধ্য শ দহ (১৪১০) শকৰ শুভক্ষণত সুশীলাদেৱীৰ গৰ্ভত দামোদৰদেৱ জন্ম গ্ৰহণ কৰে। এওঁৱেই মহাপুৰুষ শ্ৰীদামোদৰদেৱ বন্ধুবৰ সদানন্দৰ নুমলীয়া পুতেকৰ জন্ম বাৰ্ত্তা পাই শ্ৰীশঙ্কৰদেৱে মনত বৰ ৰং পালে আৰু তেওঁক চাবলৈ বৰদোৱাৰ পৰা নলচা গাঁওলৈ আহে। তালৈ গৈ নৱজাত শিশুৰ মুখত মহাপুৰুষৰ চিন দেখা পাই শ্ৰীশঙ্কৰৰ মুখৰ পৰা 'দামোদৰ' শব্দটি বাহিৰ হ'ল আৰু সেই কাৰণে সদানন্দই পুত্ৰৰ নাম দামোদৰ ৰাখিলে। সদানন্দই যথা সময়ত উপনয়নাদি বৈদিক ক্ৰিয়া সমাপন কৰি দামোদৰক শাস্ত্ৰজ্ঞান দিবলৈ কলাপ-বল্লভ পণ্ডিতৰ গাত ভাৰ

দিযে। অতি অলপ সময়ৰ ভিতৰত গীতা ভাগবত আদি শাস্ত্ৰৰ পৰা জ্ঞান লাভ কৰি দেৱ-দামোৰ সকলো শাস্ত্ৰত পাৰ্গত হ'ল। শাস্ত্ৰ জ্ঞানৰ লগে লগে তেওঁৰ মন সৰু কালৰে পৰা ঈশ্বৰৰ ফালে ঢাল খাইছিল। সদানন্দই পুত্ৰৰ জ্ঞান পথ মুকলি বিবাহ আদি কাৰ্য্যও শেষ কৰিলে। ইয়াৰ পাচত তেওঁৰ পৰকাল হয় আৰু অৱশেষত সুশীলা দেৱীও পতিৰ পথ অনুসৰণ কৰে। এই সময়ত আহোম ৰজাই ভুঞা সকলৰ ওপৰত উপদ্ৰৱ কৰাত শ্ৰীশঙ্কৰদেৱ কামৰূপলৈ ভটিয়াই আহোঁতে শ্ৰীদামোদৰদেৱকো লগ ধৰিছিল। কিন্তু তেওঁৰ মাতৃৰ অশৌচ থকাৰ কাৰণে শ্ৰীশঙ্কৰদেৱৰ লগত আহিব নোৱাৰিলে। পিচে মাতৃদেৱীৰ শ্ৰাদ্ধাদি কাৰ্য্য সমাপন কৰি তেওঁ কামৰূপলৈ আহে। কামৰূপত শ্ৰীশঙ্কৰৰ ধৰ্ম্ম ব্যাখ্যা শুনি তেঁও বৰ সন্তোষ পায় আৰু ভাগৱতী ধৰ্ম্ম চৰ্চ্চা কৰিবলৈ তেওঁৰ ইচ্ছা জন্মে। ক্ৰমে ভটিয়াই আহি শ্ৰীদামোদৰদেৱ ৰত্নেশ্বৰ গাঁওত থাকে।

বহুত শাস্ত্ৰজ্ঞান লাভ কৰি, অনেক সাধু সঙ্গ পাই আৰু জ্ঞানী লোকৰ পৰা নানা তৰহৰ ধৰ্ম্ম ব্যাখ্যা শুনি দেৱদামোদৰৰ ঈশ্বৰৰ প্ৰতি প্ৰগাঢ় ভক্তি জন্মে। অৱশেষত ব্ৰহ্ম চিন্তাৰ বলত আৰু ধ্যান ধাৰণাৰ গুণত তেওঁ অমূল্য আত্মতত্ত্ব লাভ কৰে। এনে আত্ম দৰ্শন সকলোৰে ভাগ্যত নঘটে এই আত্ম তত্ত্ব লাভ কৰাৰ পৰা তেওঁৰ মন উজ্জ্বল হয় আৰু এটা নতুন জীৱন লাভ কৰে।

বড়্নেশ্বৰ গাওঁৰ পৰা ভটিয়াই আহি নন্দাগাওঁ আৰু গয়া-জ্ঞানত দুই চাৰি দিন থাকি শ্ৰীদামোদৰদেৱ বিয়াস পুৰলৈ * যায়। ইয়াতে তেওঁৰ পত্নী এটি কন্যা প্ৰসৱ কৰি লোকান্তৰ হয়। কন্যাটিয়ে শেষত মাকৰ বাট ললে। সহধৰ্ম্মিণী ললে। সহধৰ্ম্মিণী বিয়োগ হোৱাৰ বাবে অলপো শোক নকৰি তেওঁৰ পিণ্ড দিলে। পত্নীৰ কাল হোৱাৰ পৰা তেওঁ পুনৰায় সংসাৰ নকৰিলে। তেতিয়াৰে পৰা উদাসীন হৈ ধৰ্ম্ম চৰ্চ্চাত মন দিলে। বৈষ্ণব ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ ধৰিলে।

তেওঁ পৱিত্ৰ ভাগৱতী ধৰ্ম্ম প্ৰথমে তেওঁ তেওঁৰ ভতিজা মুকুন্দৰ আগত প্ৰকাশ কৰে আৰু ৰামৰায় নামে একজন ব্ৰাহ্মণ শিষ্য লাভ কৰি শৰণ ধৰ্ম্মৰ জ্ঞান দিয়ে। দেৱদামোদৰে সাধু বিপ্ৰজনৰ অনুৰোধত আৰু সাহায্যত পাটবাউসীত এখন সত্ৰ স্থাপন কৰিলে আৰু তাত দ্বাদশ প্ৰসঙ্গৰ দ্বাৰা পৰমেশ্বৰৰ গুণ কীৰ্ত্তন কৰিব ধৰিলে। * এই সত্ৰ খনেই শ্ৰীদামোদৰদেৱৰ প্ৰথম আৰু প্ৰধান সত্ৰ।

দেৱদামোদৰ পাটবাউসীত থাকোঁতে বৈকুণ্ঠ নামে তেজস্বী আৰু উগ্ৰ ব্ৰাহ্মণ পণ্ডিত এজন পাটবাউসীলৈ আহে আৰু দেৱদামোদৰৰ আদেশ মতে তেওঁ ভাগৱত পাঠ কৰে।

---

* বাৰজন প্ৰধান শিষ্যই পাৰিষদৰূপে দেৱদামোদৰৰ লগত সদায় হৰি নাম কীৰ্ত্তন কৰিছিল। সেই বাৰজন শিষ্যৰ নাম ক্ৰমে দিয়া হ'ল— ৰামৰায়, কৃষ্ণানন্দ, ৰামানন্দ, হৰি, ৰঘুনাথ, জগন্নাথ, ৰামদাস,, বিষ্ণুদাস, পয়োধি, ৰাতুল চৰণ, মধু আৰু পৰমানন্দ।

বৈকুণ্ঠদেৱে দেৱদামোদৰৰ ধৰ্ম্ম ব্যাখ্যা শুনি আজ তেওঁৰ ঐশ্বৰিক তেজৰ শক্তি দেখি আচৰিত মানিছিল। পিচে দেৱ-দামোদৰক গুৰু মানি শৰণ ধৰ্ম্ম লয়। এইজন পণ্ডিত বৈকুণ্ঠ-দেৱেই সুপ্ৰসিদ্ধ ৺ভট্টদেৱ। এওঁ দেৱদামোদৰৰ প্ৰিয়তম আৰু প্ৰধান শিষ্য আছিল। ইয়াৰ অলপ পিচত উজনি বংশীদেৱ বা বংশীগোপাল দেৱ নামে শুদ্ধমতি ব্ৰাহ্মণ এজনে শৰণ ধৰ্ম্ম গ্ৰহণ কৰিবলৈ দেৱদামোদৰৰ ওচৰলৈ আহে। দেৱদামোদৰে বংশী গোপালৰ ধৰ্ম্মৰ প্ৰতি আগ্ৰহ দেখি শৰণ ভজন আদি শিক্ষা দিলে। তেওঁৰ ধৰ্ম্মত মতি দেখি উজনিৰ অঞ্চলত ধৰ্ম্মাধিকাৰ পাতে আৰু সত্ৰ স্থাপন কৰি লোকক ধৰ্ম্ম উপদেশ দিব আদেশ কৰে। গুৰুৰ আদেশশী শিৰত লৈ বংশী-গোপালদেৱে ধৰ্ম্ম উপদেশ দিব ধৰিলে। এওঁ উজনিত কেবাখনো সত্ৰ স্থাপন কৰে।

৮৫ বছৰ বয়সত দেৱদামোদৰে কোচবিহাৰলৈ যাত্ৰা কৰে। সেই সময়ত প্ৰবল প্ৰতাপী ৰজা নৰনাৰায়ণৰ পুত্ৰ লক্ষ্মী-নাৰায়ণে কোচবিহাৰত ৰাজত্ব কৰে। তেওঁ দেৱদামোদৰৰ ধৰ্ম্মৰ মাহাত্ম্য দেখি শিষ্যত্ব গ্ৰহণ কৰে আৰু ৰজাই দেৱ-দামোদৰৰ ধন সম্পত্তি আৰু ভূমিবৃত্তি দান কৰে। ৰজাৰ গুৰু হৈ ধন সম্পত্তি গ্ৰহণ কৰাৰ কাৰণে আজি কালি দামো-দৰীয়া সত্ৰবিলাক আঢ্যৱন্ত। লক্ষ্মীনাৰায়ণ ৰজাই "ভিতৰুৱা-ধপাত" দেৱদামোদৰক এখন সত্ৰ পাতি দিয়ে। কোচবিহাৰৰ পৰা দেৱদামোদৰে ভাটিৰ ফালে আন আন ঠাইলৈ গৈও ধৰ্ম্ম

প্ৰচাৰ কৰিছিল। তেওঁ পুৰীলৈও তীৰ্থ কৰিব যায় শ্ৰীক্ষেত্ৰলৈ যাওঁতে বাটত কেবা ঠাইতো তীৰ্থ দৰ্শন কৰে।

দেৱদামোদৰে দেশ বিদেশ ঘুৰি নিজে আৰু শিষ্য সকলৰ দ্বাৰাই চাৰিও ফালে বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰিছিল। চাৰি দিশত চাৰিজন আচাৰ্য্য পাতি তেওঁ বৈষ্ণব ধৰ্ম্ম প্ৰচাৰৰ পথ নিষ্কণ্টক কৰে। উজনীত বংশী গোপালৰ দ্বাৰা আউনি আটী, দক্ষিণ পাট, গৰমুৰ আৰু কুৰুৱাবাহি এই চাৰি সত্ৰ স্থাপিত হয়। ভগৱানদেৱে গোবিন্দপুৰ, কচুৱা আদি আৰু সন্ত ভূষণে আম-ৰাঙ্গা, নহিৰা আদি ঠাইত সত্ৰ পাতে। বলদেৱে কোচবিহাৰ দামোদৰপুৰ, বৈকুণ্ঠপুৰ আদি সত্ৰত নাম ধৰ্ম্মৰ হাট পাতি গুৰু আদেশ পালন কৰে। এই চাৰি সীমাৰ কেন্দ্ৰস্থল পাটবাউসীত ভাগৱত আচাৰ্য্য ৺ভট্টদেৱৰ মূৰত ধৰ্ম্মমালা স্থাপন কৰে।

দেৱ দামোদৰে এই দৰে আচাৰ্য্য আদি পাতি সকলো ঠাইতে ধৰ্ম্ম চৰ্চ্চা কৰিছিল; আৰু জগতৰ অশেষ লোকক ধৰ্ম্ম শিক্ষা দিছিল। পিচে শ্ৰৱণ কীৰ্ত্তন আদি ধৰ্ম্ম প্ৰৱৰ্ত্তাই জীৱনৰ শেষ সাত বছৰ কাল কোচবিহাৰত কটাইছিল গৈ।

বিষয় বাসনা ত্যাগী পৰম কাৰুণিক দেৱদামোদৰ ভাগৱত অমৃত পান কৰি ৯২ বিৰানৱৈ বছৰ মানৱলীলা কৰাৰ পাচত ১৫০২ পোন্ধৰ শ দুই শকৰ বহাগ মাহৰ শুক্ল প্ৰতিপদ তিথিত বৈকুণ্ঠলৈ গমন কৰে। বৈকুণ্ঠলৈ যাবৰ সময়ত নিজ বংশধৰ সকলৰ উপযুক্ত গুণ থকা নেদেখি কৃষ্ণাচাৰ্য্যক ধৰ্ম্মৰ উত্তৰাধি-কাৰী নাপাতি গুণৱন্ত ৺ভট্টদেৱৰ মূৰত ধৰ্ম্মমালা দি ধৰ্ম্মাধিকাৰ

পাতি যায়। বাস্তবিক কাৰ্য্য কলাপতহে মহাপুৰুষ সকলৰ গুণ প্ৰকাশ পায়। অমূল্য ধৰ্ম্ম ৰত্নমালা উপযুক্ত বংশধৰ নথকাত জ্ঞানী শিষ্য এজনৰ মূৰত স্থাপন কৰাতকৈ আৰু কিবা বিশিষ্ট ন্যায়পৰায়ণতাৰ উদাহৰণ দিব পাৰি নে?

দেৱদামোদৰে নিজহাতে কোনো পুথি ৰচনা কৰা বুলি আজিলৈ জানিব পৰা নাই। কিন্তু শিষ্যসকলৰ হাতে "কথা ভাগৱত" আদি শাস্ত্ৰ ৰচনা কৰি তেওঁ মানৱ সমাজত বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰিছিল। বৈষ্ণৱ ধৰ্ম্মৰ গূঢ় তত্ত্ব সকল সহজে আৰু অলপ কথাৰে মানুহক বুজাবৰৰ অভিপ্ৰায়ে তেওঁ ভাগৱত আদি শাস্ত্ৰ কথাচ্ছন্দে ভাঙনি কৰিবলৈ তেওঁৰ প্ৰধান শিষ্য ৺ভট্টদেৱক আদেশ কৰে। গুৰুৰ আদেশ শিৰত লৈ ৺ভট্টদেৱে ভাগৱত, ভগবদ্গীতা, ভক্তিবিবেক, ৰত্নাৱলী আৰু শৰণ সংগ্ৰহ আদি শাস্ত্ৰ সকল কথাচ্ছন্দে ভাঙনি কৰে। তেওঁৰ ভাঙনি ভাগৱত, আৰু ভগবদ্গীতা 'কথা ভাগৱত' আৰু 'কথা-গীতা' বুলি প্ৰখ্যাত। এই গ্ৰন্থ দুখনেই অসমীয়া সাহিত্যৰ আদি গদ্য গ্ৰন্থ বুলি আজিলৈকে ধৰা হৈছে। সেই কাৰণে ৺ভট্টদেৱক অসমীয়া গদ্য গ্ৰন্থৰ সৃষ্টি কৰ্ত্তা বিলাকৰ এজন বুলিলেও বঢ়াই কোৱা নহয়। এই 'কথাভাগৱত' আৰু 'কথা-গীতা অসমীয়াৰ বৰ আদৰৰ বস্তু। অসমীয়া সাহিত্যৰ গৌৰৱৰ বস্তু। এতিয়াও অসমীয়াৰ ঘৰে ঘৰে এই গ্ৰন্থ দুখনে পুৰণি অসমীয়া গদ্যৰ আৰু বৈষ্ণৱ ধৰ্ম্মৰ চিনাকি দি উজ্জ্বল ৰত্ন হৈ জ্বলি আছে।

এই অসমীয়া গদ্য গ্রন্থৰ এজন সৃষ্টিকৰ্ত্তা ৺ভট্টদেৱ ১৪০০ চৈধ্য শ শকৰ শেষ ভাগত বজালিৰ অন্তৰ্গত বিয়াহ কুচিত পৰাশৰ গোত্ৰীয় ৺কবি সৰস্বতী নামে এজন ব্ৰাহ্মণ আছিল। তেওঁৰ ঘৰত অসমীয়া গদ্য গ্রন্থৰ জন্মদাতা ভট্টদেৱ কামৰূপৰ বজালি গাওঁত ১৪২১ শকত জন্ম গ্রহণ কৰে। তেওঁৰ আন এটি নাম বৈকুণ্ঠদেৱ। উপযুক্ত সময় হোৱাত তেওঁ উপনয়নাদি কাৰ্য্য সমাপন কৰি গুৰু গৃহলৈ গৈ বিদ্যা অধ্যয়ন কৰে। পাচে শাস্ত্র জ্ঞান লাভ কৰি তেওঁ মহাপুৰুষ দেৱ দামোদৰত শৰণ লৈ ভাগৱতী ধৰ্ম্ম প্রচাৰ কৰিবলৈ সঙ্কল্প কৰে। তেওঁ ভাগৱত শাস্ত্রত বৰ পাৰ্গত, সেই কাৰণে গুৰুৱে তেওঁক পাটবাউসী সত্রত ভাগৱত পাঠ কৰিব আদেশ কৰে। তেওঁ অশেষ বাধা বিঘিনি অতিক্রম কৰি পাটবাউসীলৈ আহি ভাগৱত পাঠ কৰে। তেওঁৰ ভাগৱত ব্যাখ্যা শুনি শত সহস্র লোক মোহিত হৈছিল। তেওঁৰ নাম 'ভাগৱতী' বুলি প্রখ্যাত হ'ল। দেৱ দামোদৰে মানৱলীলা সম্বৰণ কৰিবৰ সময়ত ৺ভট্টদেৱৰ পৰা ভাগৱত পাঠ শুনি বৈকুণ্ঠলৈ গমন কৰে। আৰু কৃষ্ণদেৱক 'ভাগৱতী' পাতি দেৱ দামোদৰে ৺ভট্টদেৱক পাটবাউসী সত্রৰ অধিকাৰ পাতে আৰু তেওঁৰ ধৰ্ম্মমালা অৰ্পণ কৰে। গুৰুৰ আদেশ মতে সেই দিনাৰ পৰা সকলোৱে ৺ভট্টদেৱক বৈষ্ণৱ ধৰ্ম্মৰ আচাৰ্য্য বুলি মানি লয়। ১৫০২ পোন্ধৰ শ দুই শকত পাটবাউসী সত্রৰ অধিকাৰ হৈ ভট্টদেৱে ভালেমান শিষ্য কৰিলে আৰু কেবা ঠাইতো সত্রাদি

পাতি ধৰ্ম্ম চৰ্চ্চা কৰিব ধৰিলে। তেওঁৰ নাম জগতৰ চাৰিও ফালে সাধু পুৰুষ বুলি প্ৰখ্যাত হল।

৮৮ বছৰ সংসাৰ যাত্ৰা কৰি ৺ভট্টদেৱ মানৱলীলা সম্বৰণ কৰে।

---

# জয়মতী ।

নানান ফন্দিৰে ৰজা, হল লৰা ৰাজা,
শাসিব আমাৰ যত, অসমৰ প্ৰজা,
জানোচা তেওঁকো ভাঙ্গে, আৰু কোনোবায়,
ভাবিয়ে নানান বুধি, কৰিলে সদায় ।

যতেক কোঁৱৰ আনি, নানা ছল কৰি,
অঙ্গক্ষত কৰোৱালে, সকলোকে ধৰি,
ঘূনীয়া দেহেৰে কেৱে, নোৱাৰে ভুগিব
আহোমৰ ৰাজপাট, কদাপি লভিব ।

ৰজাৰ ফিকিৰ বুজি লাঙ্গি গদাপাণি,
পলাল নিদিলে ধৰা গল কেনিবাদি,
দিহাদিহি লোক পল, গদাক বিচাৰি,
নেপালে সম্ভেদ কেৱে অকণো এফেৰি ।

নিৰাশ নিস্ফল মনে, লৰা নৃপবৰে,
ভাবিলে গদাৰ বাৰ্ত্তা পাঁও কিনো দৰে,
গদাৰ সম্ভেদ আৰু আনে জানে কোনে,
তেঁওৰে পৰম ভাৰ্য্যা, জয়মতী বিনে ।

আলচি ইদৰে নৃপে, কৰিলে আদেশ,
জয়মতী দিব লাগে, সম্ভেদ বিশেষ,
“জানিও নকওঁ” বুলি, পতিৰ বাতৰি,
ইদৰে উত্তৰ দিলে, গদাৰ কুঁৱৰী ।

খঙ্গতে উতলি ৰজা, জ্ঞান হেৰুৱাই,
দূৰ্ঘোৰ লাঞ্চনা শাস্তি দিয়ালে ঘনাই,
নীৰলে নীৰৱে সহি সোপাকে কুঁৱৰী,
ত্যজিলে পৰাণ তেঁও নিদিলে বাতৰি।

সতীৰ আদৰ্শ তেওঁ আহোম জীয়াৰি।
পতি পৰায়ণা তেওঁ গদাৰ কুঁৱৰী,
থাকে মানে জোন বেলি তৰা আকাশত,
জিলিকিব জয়মতী মৰত ধামত।

---

# স্বাস্থ্য আৰু প্ৰাৰ্থনা

স্বাস্থ্য পৰম ধন। স্বাস্থ্য নহলে কোনো কাজেই সিদ্ধি নহয় ৰোগীয়া বা ঘূনীয়া দেহেৰে কোনেও সুকলমে সংসাৰ যাত্ৰা নিৰ্ব্বাহ কৰিব নোৱাৰে। নিৰোগী হৈ থাকি কাম কৰিবলৈ সক্ষম হৈ থকা অৱস্থাকে স্বাস্থ্য বোলে। যাৰ শৰীৰৰ এটা নহয় এটা ৰোগ লুগুছে তাৰ কৰ্ম্ম কৰিবলৈ সদাই নিৰুৎসাহ। তাৰ নিজৰ ৰোগ চিকিৎসা কৰোতেই দিন যায়। পৰম পিতা পৰমেশ্বৰৰ এইটো ইচ্ছা নহয় যে তেওঁৰ সৃষ্ট জীৱবোৰ সংসাৰত জলা কলা হৈ নানা ৰোগ ব্যাধি যন্ত্ৰণা ভুগি নগুৰ শাস্তি খাওক। তেওঁ সৃষ্টি বা প্ৰকৃতিত কেতবোৰ নিয়ম বান্ধি দিছে। সেই নিয়ম প্ৰণালীবোৰ মানি চলিলেই স্বাস্থ্য আৰু তাৰ ইফাল সিফাল হলেই শৰীৰত ৰোগ। শৰীৰত ৰোগ বা দুঃখ কষ্ট হলে এইটো জানিব লাগে যে দুখ বা কষ্ট সুখৰ আগ জাননী। শৰীৰত কোনো বিষয় বেমেজালি ঘটিলে বা শৰীৰ যন্ত্ৰত কোনো প্ৰকাৰৰ গৰমিল ঘটিলে দুখ কষ্টে কৈ দিয়ে যে শীঘ্ৰে শৰীৰক মেৰামত কৰি ভাল কৰি লোৱা। শৰীৰটো এটা যন্ত্ৰৰ নিচিনা। যেনেকৈ এটা যন্ত্ৰৰ অনেক ভাগ বা অংশ আছে মানুহৰ শৰীৰৰ যন্ত্ৰটো অনেক অৱয়ব আছে। যেনেকৈ যন্ত্ৰৰ কোনো ঠাইত আঁৰ লাগিলে যন্ত্ৰটো নিৰ্ব্বিবাদে নচলে তেনেকৈ শৰীৰ যন্ত্ৰত আঁৰ লাগিলে

শৰীৰৰ সকলো কৰ্ম্ম সুচাৰুৰূপে সম্পন্ন নহয়। যেনেকৈ কোনো অংশ বেয়া হলে তাক চলাই থাকিলে কেইদিনমানৰ পাচত গোটেই যন্ত্ৰটো অকামিলা হয় তেনেকৈ শৰীৰ যন্ত্ৰৰ অলপ বেয়া হলেই তাৰ সাৱধান নোলোৱাকৈ চলাই থাকিলে শৰীৰক অকামিলা কৰি অৱশ কৰিব পাৰে।

শৰীৰক নিৰোগীকৈ ৰাখিবলৈ হলে আমি কেতবোৰ বিষয়ত বৰ সাবধান হব লাগে। যেনে,—নিৰ্ম্মল বায়ু, নিৰ্ম্মল পানী, বিশুদ্ধ আহাৰ, ৰাগীয়াল বস্তু আৰু ব্যায়াম বা নিয়মিয়া শ্ৰম।

**নিৰ্ম্মল বায়ু**—বায়ু নহলে আমি এখন্তকো জীয়াই থাকিব নোৱাৰো। আহাৰ নহলে বা পানী নাখালে মানুহ জীয়াই থাকিব পাৰোঁ কিন্তু বায়ু নহলে এক মুহূৰ্ত্তও কোনো জীয়াই নাথাকে। আমি নাকে মুখে সোপা মাৰি ধৰি হয়তো অলপপৰ থাকিব পাৰো তাৰ কাৰণ শৰীৰৰ অসংখ্য জলা বা নোমৰ গুৰিয়েদি বতাহ যায়। এই বায়ু সদাই নিৰ্ম্মল হব লাগে। স্বাস্থ্যবিদ পণ্ডিত সকলে স্থিৰ কৰিছে যে যি কেইটা বস্তু বায়ুত থাকে সেই কেইটা বস্তু বেগতে দোষিত হয়। সেইবাবে সদাই নিৰ্ম্মল বায়ুৰ আৱশ্যক। আমি শোৱা কোঠা বা আমাৰ থকা ঘৰ মুকলি হব লাগে যাতে সদাই বতাহ চলাচল কৰিব পাৰে। এনে ঘৰহে বাসৰ উপযোগী। পুৱা গধুলি নৈৰ দাতিত বা মুকলি ঠাইত নিৰ্ম্মল বায়ু লব লাগে। বেয়া গেলা পচা ঠাইত বা যত বায়ু দোষিত তেনে ঠাইত ফুৰিব নালাগে। কিয়নো বতাহত বহুত বেমাৰৰ বা দে

বস্তুৰ বীজাণু আমাৰ হাওফাঁওলৈ উশাহ লওঁতে সোমাই যাব পাৰে আৰু তাৰ ফলত আমাৰ শৰীৰত আৰোগ্য কৰিব নোৱাৰা টান বা কুৎসিৎ ব্যাধি হব পাৰে।

**নির্ম্মল পানী**—নির্ম্মল পানী শৰীৰৰ ৰক্ষাৰ আন এটি আৱশ্যকীয় বস্তু। পানী দোষিত হলে বহুত ৰোগৰ উৎপত্তি হয়। জহনী গ্ৰহণী ৰোগ ঘাইকৈ পানীৰ দোষৰ পৰাই উৎপন্ন হয়। কলেৰা বেমাৰত গাৱে ভূয়ে কত মানুহে অকালতে প্ৰাণ হেৰৱায়। বাৰিষা নৈ খাল বিল পানীৰে ওপচি পাৰে। চাৰিও ফালৰ পৰা ময়লা বোৰ পানীত পৰি পানী মলিয়ন আৰু দোষিত হয়। এই পানী তপত কৰি ব্যৱহাৰ কৰিব লাগে। পানী তপতালে পানী শুদ্ধ হয় আৰু ইয়াত থকা ৰোগৰ বীজাণু বোৰ নাশ পায়। পানী চেকিলবলৈও নানা উপায় আছে। পানী চেকা প্ৰণালীৰে পানী চেকি পানী বিশুদ্ধ কৰি লব লাগে। পুখুৰিত বা নদীৰ কাষত গা ধোৱা বা কাপোৰ ধোৱা বা গৰু ছাগলী ধোৱা ইত্যাদি কদাপি কৰিব নালাগে। কিয়নো সেইবোৰ বস্তুৰ মলি পানীত পৰি গোটেই পানী দোষিত হয়। খোৱাপানীৰ নাদ পকা হব লাগে। আৰু এই নাদৰ পানীত সময়ে সময়ে দৰবৰ পানী চটিয়াই শুদ্ধ কৰি লব লাগে। নগৰত থকা লোকে কলৰ চেকা পানী খাওতেও যে সাবধান হব নালাগে এনে নহয়। যেতিয়া কোনো ঠাইত ব্যাপক ৰোগে দেখা দিয়ে তেতিয়া পানী উতলাই খোৱাটো সৰ্ব্বপ্ৰকাৰে উচিত।

**বিশুদ্ধ আহাৰ**—আমাৰ খোৱা আহাৰ সদাই বিশুদ্ধ হব লাগে। আহাৰে শৰীৰত বল তেজ আৰু শক্তি দিয়ে। আমি প্ৰতিদিনে শ্ৰম কৰোতে শৰীৰৰ যে ক্ষতি হয় সেই ক্ষতি আহাৰে পূৰণ কৰে। এই আহাৰ সদাই উত্তম আৰু নিৰ্দোষ হব লাগে। আমাৰ আহাৰ সদাই নতুন আৰু ভালকৈ সিজোৱা-পকোৱা হব লাগে। শৰীৰৰ পক্ষে ফলমূল উপকাৰী। কেচা বা গেলা পচা ফলমূল আহাৰ কৰিব নালাগে। আহাৰত আমি নিয়মীয়া হব লাগে। অপৰিমিত আহাৰে শৰীৰত ৰোগ জন্মায়। আহাৰ উচ্চ ধৰণৰ হব নালাগে। মাছ মঙহ, কণি, ঘিউ, মাখন, বাৰবিধ মছলা আদিৰে কৰা আহাৰতকৈ শাক পাচলি আৰু সাধাৰণ তৰকাৰীৰে কৰা ভোজন শৰীৰৰ পক্ষে উপকাৰী। হাটে ঘাটে বা বাটে পথে বিক্ৰি কৰা মিঠাই বা অন্যান্য আহাৰ খাওতে সদাই সাবধান হব লাগে। বাকচৰ ভিতৰত নোথোৱা মুকলিকৈ লৈ ফুৰোৱা বা মাখি পৰা আহাৰ বা মিঠাই কদাপি কোনো অৱস্থাতে খোৱা অযুগুত। লাঘোণে থকা ভাল বৰঞ্চ এনে আহাৰ খোৱাতকৈ। মাখি বহুত বেয়া বস্তুৰ ওপৰত পৰে। আকৌ সেই মাখি আহি খোৱা বস্তুত পৰিলে তাৰ সৰু সৰু ঠেঙত লাগি থকা মলিয়ন বস্তুবোৰে আন বস্তুকো মলিয়ন কৰে। কিম্বা বহুত ৰোগৰ বীজাণু বতাহত উৰি আহি এই খোৱাবস্তু বোৰৰ ওপৰত পৰে। মুকলিভাবে ৰখা আহাৰ কৰি বহুত মানুহে অকালতে মাৰাত্মক ৰোগত পৰি প্ৰাণ হেৰুৱাইছে।

**ৰাগীয়াল বস্তু**—কাণি মদ, ভাং ইত্যাদিক ৰাগীয়াল বস্তু বোলে। আফিং খোৱা মানুহে কাণীয়া নাম পায়। তেনেকৈ মদ খোৱাই মদাহী আৰু ভাং খোৱাই ভঙুৱা নাম পায়। ভাল মানুহে এই তিনিও শ্ৰেণী লোককে ঘিণ কৰে। এই বোৰ বস্তুৱে শৰীৰৰ কেনো উপকাৰ নকৰে। কেবল সাময়িক শৰীৰৰ উত্তেজনাহে আনে। প্ৰথমতে এই উত্তেজনাৰ নিমিত্তে ৰাগীয়াল বস্তু খাওতে অভ্যাস হৈ পৰে। শেহত ৰাগীয়াল বস্তু নাখালে কোনো কামতে হাত দিব নোৱাৰা হয়। ৰাগিৰ নিমিত্তে মানুহে ঘৰৰ সৰ্ব্ব সম্পত্তি বেচি কিনি লাং ঠাং হয়। নিজৰ লৰা তিৰোতাৰ সৰ্ব্বনাশ কৰি বাটৰ ভিকহু হয়। আৰু কেতিয়াবা অতিপাত ৰাগীয়াল বস্তু খোৱাঁৰ ফলত উৎকত বেমাৰ ভুগি অশেষ নিকাৰ ভূঞ্জে আৰু প্ৰতি মুহূৰ্ত্তে মৰণ হলে ভাল পোৱাত পৰে। অন্যান্য আহাৰে শৰীৰত বহু শক্তি দিয়ে। কিন্তু ৰাগীয়াল বস্তু মুখত যেনে পেটতো তেনে থাকে। শৰীৰত ই কোনো উপকাৰ নকৰে। ৰাগি থকা শ্ৰেণীৰ বস্তু যেন চাহ কফি আদিও পাৰিলে এৰিব পাৰিলে ভাল। ধপাত চিগাৰেত আদিও শৰীৰৰ অনিষ্টকৰ। ৰাগীয়াল বস্তুৰ উপকাৰ কেবল ঔষধত হে। ঔষধ স্বৰূপে ৰাগীয়াল বস্তুৱে শৰীৰত উপকাৰ দিয়ে। ডাক্তৰ কবিৰাজৰ পৰামৰ্শ মতে ৰাগীয়াল বস্তু বা মাদক দ্ৰব্য কোনো সময়ত ব্যবহাৰ কৰাত বাধা নাই। সেই বুলি ৰাগীয়াল বস্তু সদাই ব্যবহাৰ কৰি অভ্যাসত পৰিণত কৰিব নালাগে।

**ব্যায়াম**—নিতৌ আমি ব্যায়াম বা শাৰীৰিক শ্ৰম কৰিব লাগে। ব্যায়ামে শৰীৰ আটিল আৰু দুখ সহিব পৰা কৰে। ব্যায়াম কৰিলে শৰীৰৰ তেজ চলাচল হয় আৰু নতুনকৈ কামত ধৰিবলৈ উত্তম আহে। নিয়মীয়া ব্যায়ামৰ অভাবত শৰীৰত ৰোগ জন্মে। ব্যায়াম কৰাক হিন্দুস্থানীত কুস্তি কৰা বোলে। লৰা ঢপৰা জপিওৱা, ফুৰা চকা বেতবল ফুতবল খেলোৱা, হাউ খেলোৱা, ঢোপ খেলোৱা ; গছ কুপতি, খেলোৱা লৰোতে হৰাজিকা খেলোৱা ইত্যাদি শ্ৰম শৰীৰৰ পক্ষে বৰ উপকাৰী। কুস্তি কৰিবৰ মন হলে কুস্তিত পাৰ্গত শিক্ষক বা ওস্তাদৰ তলত শিক্ষা কৰিহে এই ব্যায়াম কৰিব লাগে। কিয়নো উলামুলাকৈ মেয়ে সেয়ে এই শিক্ষা কৰিলে শৰীৰত দুখ পাবৰ আশঙ্কা আছে। ব্যায়াম কৰি মানুহে অসাধ্য সাধন কৰিব পাৰিছে। আঢ়ৈ কুৰি মোন গধুৰ শিল বুকুত তুলি লোৱা, চলি থকা মতৰ গাৰী টানি ৰখা বা লোৰ শিকলি গাৰ বলেৰে চিঙ্গি পেলোৱা কাম ব্যায়ামৰ বলেৰেহে সিদ্ধি হব পাৰিছে। ব্যায়াম কৰিলে মানুহৰ মনত কোনো কুচিন্তা নাহে। ৰাতি ভাল টোপনি হয়। টোপনিয়ে শৰীৰত নতুন বল আৰু নতুন তেজ দিয়ে। ব্যায়ামে নিদ্ৰাদেবীক মাতি আনে। ব্যায়াম আৰু নিদ্ৰা দুয়ো লগৰীয়া। অৰ্থাৎ ব্যায়াম কৰিলে ভাল টোপনি হয়।

ওপৰত দিয়া নিয়ম বোৰ পালন কৰাৰ পৰিবৰ্তে আমি সদায় সকলো বিষয়তে পৰিষ্কাৰ থকা যুগুত। পবিত্ৰতা আৰ শুদ্ধতা বৰ আৱশ্যকীয়। সদায় সজ আলোচনা, সদগ্ৰন্থ পাঠ, সৎলোকৰ

লগত ভ্ৰমণ কৰা আৰু বিশ্ব ব্ৰহ্মাণ্ডৰ অধিশ্বৰলৈ উপাসনা বা আৰাধনা কৰা যুগুত। ঈশ্বৰৈ পুৱা গধুলি প্ৰাৰ্থনা কৰিব লাগে। প্ৰাৰ্থনাই মনক পবিত্ৰ ৰাখে। ই কুকৰ্ম্ম কৰিবলৈ সদায় বাধা দিয়ে। ই সত্য, দয়া, বিনয় আদি গুণৰ চৰ্চ্চা কৰায়। সকলো সভ্য জাতীয়ে ঈশ্বৰলৈ প্ৰাৰ্থনা জনায়। ছাত্ৰ অবস্থাৰ পৰা ঈশ্বৰক প্ৰাৰ্থনা কৰা নিয়ম বান্ধি লব লাগে। সকতে মাতৃ ভাষাত বা আন ভাষাত ঈশ্বৰলৈ পুৱা গধুলি প্ৰাৰ্থনা কৰিব লাগে। ঘৰৰ ভাই-ভনী আটায়ে মিলি পবিত্ৰ ঠাইত বহি ঈশ্বৰক প্ৰাৰ্থনা কৰিব লাগে। ঈশ্বৰক সদাই এনেদৰে প্ৰাৰ্থনা কৰিব লাগে যে হে ঈশ্বৰ তুমি যেন আমাক বল বুদ্ধি আৰু জ্ঞান দিয়া। তোমাৰ চৰণত যেন আমাৰ ভক্তি থাকে আৰু সৎকৰ্ম্ম কৰিবলৈ আমাৰ মনত যেন সদাই প্ৰবৃত্তি জন্মে।

---

# পঞ্চম জৰ্জ্জৰ ৰাজ্য অভিষেক

মঙ্গল দুন্দুভি বাজিছে ঘনাই
সুমেৰু কুমেৰু জুৰি।
আনন্দে মগন বিশ্ববাসীগণ
উজ্জ্বল ইংলণ্ডপুৰী॥
বৃটিচ ৰাজ্যৰ সকলো জাতিয়ে
গাইছে সম্ৰাট জয়।
ৰজা লাখপতি বাটৰ ভিখাৰী
সকলো আনন্দময়॥
ডালে ডালে পৰি বিনন্দিয়া পখী
গাইছে সুৰদী গান।
ৰাজ অভিষেক জনাবৰ গুণে
আনন্দে ধৰিছে তান॥
"ৱেষ্ট মিনষ্টাৰ" ধৰ্ম্ম মন্দিৰত
ৰজাৰাণী অভিষেক।
কত "আৰ্চবিশপ" আৰু পুৰোহিত
নাই তাৰ আদি লেখ॥
ধৰ্ম্ম মন্দিৰৰ পশ্চিম প্ৰাঙ্গনে
এটি শোভা যাত্ৰী দল।
ৰজা আৰু ৰাণী নহালৈকে সবে
অপেক্ষা কৰিয়ে ৰল॥

চোৱা মহা ৰজা আৰু ৰাণী মেৰী
ইন্দ্ৰ শচি যেন স্থলে।
মৰাল গমনে আনন্দিত মনে
মন্দিৰলৈ খোজ ললে॥
শোভা যাত্ৰীদলে এটি এটি কই
সকলোটি পিছ ললে।
ৰেষ্ট মিনষ্টাৰ ধৰ্ম্ম মন্দিৰত
প্ৰবেশিলে দলে দলে॥
শুনা শুনা এবে ধৰম যাজকে
ধৰ্ম্ম শাস্ত্ৰ আৰম্ভিলে।
ৰজা আৰু ৰাণী দুয়ো আঠু পাতি
বিভূ বৰ প্ৰাৰ্থি ললে॥
চোৱাঁ সৌ হেৰা বেদীৰ কাষত
পবিত্ৰ আসনে বহি।
কেনে শোভা কৰে জৰ্জ্জ ৰজা আজি
(যেন) চন্দ্ৰই নামিছে মহি॥
মঞ্চপাৰ্শ্বে থাকি "চিফ আৰ্চ বিশপ"
আৰু তিনজন আন।
উচ্চ ধ্বনি তুলি সমূহ প্ৰজাক
সুধিলে সম্মতি দান॥
সমূহ ৰাইজ আহ্বানে সম্মত
পাতিব ও জৰ্জ্জক ৰজা।

বশ্যতা স্বীকাৰ কৰি তোমালোকে
হবলৈ তেওঁৰে প্ৰজা ॥
চোৱা সউ গোৱা যাজকৰ সতে
নিজে ৰজা চাৰি দিশে।
সকলো বোৰৰ মুখলই চাই
নিজেও যেন সম্ভাষে ॥
হসিত বদনে আনন্দিত মনে,
অন্যান্য ৰাজন্যগণ।
পঞ্চম জৰ্জ্জৰ হিত চিন্তা কৰি
প্ৰকাশি কলে বচন ॥
"ৱাথৱেলৰ বিশপাদি" কৰি
ৰাণীৰ কাষত ৰই।
ৰাজ অভিষেকে যি দৰে থাকিব
আছে সবে তেনেকই ॥
বেদীৰ উত্তৰে প্ৰধান যাজকে
পবিত্ৰ আসন ললে।
অন্যান্য বিশপ ধৰম যাজক
নিৰূপিত স্থানে বলে ॥
বাজি উঠে ভেৰী মঙ্গল দুন্দুভি
কিনো আজি শুভ দিন।
যেন তালে তালে নাচি উঠে ধৰা
সকলো আনন্দে লীন ॥

ধৰম যাজকে যোগান ভেটীক
সাহকাৰী হাতে দিছে।
এটি এটি কই বেদীৰ ওপৰে,
সজাই ৰখাই হৈছে॥
চোৱা চোৱা সউ দুজন বিশপে
মঞ্চ পূৰ্ব্বে আঠু পাতি।
বিশেষ বিষয়ে নিবেদে প্ৰভুক
প্ৰাৰ্থনা বচনে মাতি॥
নৌৱা সকলোৱে সমকণ্ঠে গায়
ঈশ্বৰৰ প্ৰীতি গীত।
বিভু চৰণত প্ৰাৰ্থনা জনাই
উবাৰি সবাৰে চিত॥
এতিয়াও চোৱা আমাৰ ৰজাই
সুদা মুৰে বহি আছে।
ধৰ্ম্ম উপদেশ শেষ হওঁতেই
এটি আবৰণ দিছে॥
ধৰম যাজকে জৰ্জ্জক সুধিলে
আছানে সন্মত ৰজা।
"পাৰ্লিয়া মেণ্টৰ" বিধি অনুসাৰে
পালিব তোমাৰ প্ৰজা॥
ৰাখিব সকলো বিধি ব্যৱহাৰ
আছানে সম্মত ৰজা ?

পুৰনি নীতিৰে প্ৰাচীন বিধিৰে
পালিব সকলো প্ৰজা ?
আছানে সম্মত শাসিব প্ৰজাক
সকলোকে সম ভাৱে ?
ভাষা ধৰ্ম্মোন্নতি সাধিব দেশৰ
ৰজা তুমি থাকা যাৱে ?
গম্ভীৰ বচনে ৰজাই জনালে
হেৰা পূজ্য গুৰুজন।
মানব সন্তান যদি হওঁ মই
পালিম তযু বচন ॥
চোৱা চোৱা সউ আগবাঢ়ি গই
পবিত্ৰ "বাইবেল" ছুই।
সকলো প্ৰকাৰে প্ৰতিজ্ঞা স্বীকাৰি
বহিল আসন লই ॥
ধৰ্ম্ম যাজকৰ স্তুতি গীতি পাছে
সমস্বৰে সবে গালে।
"লৰ্ড চেম্বানলে" আনপৰিচ্ছদ
ৰজাক পিছে পিন্ধালে ॥
ধৰম যাজকে বেদীত বহাই
সুগন্ধি সম্ভাৰ দিলে।
ৰজাৰ শিৰত আশীৰ্ব্বাদ বৰ্ষি
এটি ঈশ্বগীত গালে ॥

জনৈক লৰ্‌ডে ৰজাৰ হাতস্ত
তব বাৰি তুলি দি।
ধৰম যাজকে ৰাজ দম্পতিক
ইদৰে সম্বুধি কলে॥

ৰাজন্‌!

প্ৰাচীন কীৰিতি প্ৰাচীন যশস্যা
ৰাখিবা অসিৰে ধৰি।
প্ৰজা সমূহৰ ৰক্ষাৰ নিমিত্তে
হবা তুমি আগ বলি॥
দোষী জনে দণ্ড দিবা সমুচিত
ৰাজ্য অকণ্টক কৰি।
ভ্ৰাতৃ নিৰ্ব্বিশেষে কৰিবা পালন
সাম্য দণ্ড হাতে ধৰি॥
ৰজা পাছে হেৰা সম্মতি প্ৰকাশি
বেদীৰ ওচৰে গল।
প্ৰফুল্ল মনেৰে অতি আনন্দেৰে
পিতৃ আসনস্থ হল॥
এতিয়া আকউ ধৰম যাজকে
মুকুত হাতত ললে।
বেদীৰ ওচৰত অতি সমাৰোহে
সবাকে শুনাই কলে॥

হে বিভু তুমি তেজ শক্তি দানি
ৰাখিবা ৰজাক আমাৰ।
অকণ্টক ৰাজ্য কৰি দিবা যেন
শাসিব ধৰা তোমাৰ ॥
গোৱা সকলোৱে আজি সমস্বৰে
পঞ্চম জৰ্জ্জৰ জয়।
সুমেৰু কুমেৰু দশোদিশ জুৰি
হক প্ৰতিধ্বনিময় ॥
এই বুলি, ৰাজ মুকুতটী লই
পিন্ধালে ৰজাৰ শিৰে।
পুৱতি নিশাৰ নীল আকাশত
জ্বলে ভোটা তীৰবিৰে ॥
গগন বিদাৰি দশোদিশ জুৰি
জয় ঢাক ৰলক লাগিল।
অতি শুভক্ষণে আমাৰ ৰজাৰ
অভিষেক যাত্ৰা ভাগিল ঃ



**সাহিত্যিক পেন্সনাৰ বাহাদুৰ পদ্মনাথ** **গোহাঞি বৰুৱাই কয়** "অসমীয়া ভাষাৰ ওজা আৰু পৰম মিত্ৰ হেমচন্দ্ৰ বৰুৱাৰ জীৱনী আৰু চৰিত্ৰ বিষয়ে বহুতো জানিব লগীয়া কথা পুথিত সন্নিবিষ্ট কৰা হৈছে। এই পুথি লিখি তেওঁ অসমীয়া জাতীয় হিতৰ অৰ্থে উপকাৰ সাধিছে" **অসমবন্তি** ১৪ এপ্ৰিল ১৯২৮চন।

**স্বভাব সাহিত্যিক অসমীয়া ভাষাৰ প্ৰতিষ্ঠাপক শ্ৰীযুত লক্ষ্মীনাথ বেজ বৰুৱায় কয়** "হেমচন্দ্ৰ বৰুৱা ডাঙৰীয়াই কৰা আমাৰ উপকাৰৰ আংশিক ৰূপে ধাৰ শুজিবলৈ ইমান দিনৰ মূৰত প্ৰথম প্ৰয়াস। * * * * । কিতাপখন ভাল হৈছে আৰু ছাত্ৰৰ পাঠ্যপুথি ৰূপে ব্যৱহাৰ হবৰ যোগ্য বুলি মোৰ ধাৰণা।

সম্বলপুৰ ৩.১২।২৮

Principal J. Barooah Bar-at-law writes "The Subject Matter of the book was a great Assamese. He is our Dr. Johnson. The author Mr. Sarbeswar Sarma Kataki has done a great service to our literature by bringing out Hem Chandra Baruh's life. Our boys should be familiar with the life of the great man

**অসমৰ স্কট, উপন্যাস লেখক শ্ৰীযুত ৰজনীকান্ত বৰদলৈদেৱে কয়** "জীৱনীখন বৰ সুন্দৰ হৈছে। এই জীৱনীখনে বৰ ডাঙৰ অভাৱ এটা গুচাইছে। ২৬।৩।২৮

**সাহিত্যসেৱী ৰায়বাহাদুৰ আগৰৱালাই কয়** "স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱাৰ এইখন উপযুক্ত অসমীয়া পুথি হৈছে। আপুনি মাতৃভূমি আৰু মাতৃভাষাৰ উপযুক্ত কাম কৰিছে"। ৪।১১।২৮

**পাশ্চাত্যদেশৰ বিভিন্ন স্থানত শিক্ষাপ্ৰাপ্ত অসমীয়া শিক্ষিত ডেকাৰ গৌৰৱমণি শ্ৰীযুত কৃষ্ণকান্ত সন্দিকৈ এম-এ দেৱে কয়**ঃ—

* * * "আপোনাৰ কিতাপৰ ৰচনাৰীতি আৰু কথাবিলাক অতিৰঞ্জিত হোৱা নাই। ইমান দিনৰ পাচত আপুনি হেমচন্দ্ৰ বৰুৱাৰ জীৱন চৰিত লিখি অসমীয়া সাহিত্যৰ এটা অপযশ গুচালে। আপোনাৰ লেখনীত বেগ আছে। যেনেকৈ চলিবলৈ দিয়ক।"

**অবন্তি**—"আমাৰ মতে ভাষাই সমলে ছাত্ৰ সকলৰ উপযোগী হোৱাত লিখকৰ উদ্দেশ্য পূৰ্ণ হৈছে।

